কৰিব নোৱাৰিলেও মাজে-সময়ে অলস চিন্তা অলপ কৰাৰ দায়িত্বৰ পৰাও সাৰিলো জানিবাঁ।

ধৰ্ম হাজৰিকাই অৱসৰ গ্ৰহণ কৰাৰ পিচত ইয়াতেই সৰু-সুৰা ফাৰ্মেচী এখন কৰি ওচৰে-পাঁজৰে চিকিৎসা কৰে। পুৰণি এল. এম. এফ. ডাক্তৰ। যথেষ্ট অভিজ্ঞতা আছে। ৰুগীয়াকো যত্ন কৰি চায়। পইচা-পাতিৰ সিমান খঁক নাই। আমাক কয়, "বহি থাকিব নোৱাৰোঁহে। বহি থাকিলে দুদিনৰ ভিতৰতে অথৰ হৈ পৰিম। এইটোৱে ভাল কৰিছোঁ, নহয়? কি কোৱা?" ফলত আমাৰ এই অঞ্চলৰ মানুহখিনিৰো লাভ, তেওঁৰো লাভ। গধূলি কাম-কাজ নাথাকিলে আমি মাজে-সময়ে হাজৰিকাৰ ফাৰ্মেচীতে বহোঁ।

গধূলি সাৱিত্ৰীক হাজৰিকাৰ ফাৰ্মেচীত সোমাই অহা দেখি আমি আচৰিত হলোঁ। হাজৰিকাই সুধিলে, "কি কথা, মাই?"

"মোৰ ল'ৰাটোৰ আজি কেইবাদিনো ধৰি নেৰানেপেৰা জ্বৰ। আপুনি দয়া কৰি এবাৰ চাই দিয়ক দেউতা।"

এনেতে হৰেণ হস্তদন্ত হৈ উপস্থিত।

"বৌ, তুমি ইয়াত কিয়?"

'জুনজুনক এবাৰ চাবলৈ ডাক্তৰ দেউতাক মাতিবলৈ আহিছোঁ "

'তুমি কিয় আহিব লাগিছে? আমাক নকলা কিয়?"

"কিমান আৰু কম? আজি পাঁচ দিন ধৰি লৰাটোৰ নেৰানেপেৰা জ্বৰ। সেইটোৱেই মোৰ একমাত্ৰ সম্বল। আজিলৈকে পেটত এপালি দৰবো নপৰিল। আৰু চাই থাকিব নোৱাৰোঁ। পমা বাইক কাৰত থৈ নিজেই আহিছোঁ।"

"বাৰু হব দিয়া, হব দিয়া। যোৱা তুমি। মই ডাক্তৰক কৈ দৰৱ-পাতি লৈ গৈছোঁ। যোৱা তুমি।" ইফালে ধৰ্ম হাজৰিকা উঠিলেই। মোক কলে, "তুমি অলপ বহাচোন। আহোঁ মই পাক এটা মাৰি।"

হৰেণে ভোৰভোৰালে, "ৰাতিখননো আপুনি কিয় যাব লাগিছে?



কিবা এটা দৰবকে দিয়ক। দৰকাৰ বুজিলে দিম নহয় মই খবৰ।"

হাজৰিকাই কলে, "চায়েই আহোঁ এবাৰ। আজিকালিৰ জ্বৰৰ লক্ষণ ভাল নহয়। ভিজিট দিব নালাগে।"

হৰেণে কলে, "ভিজিটৰ কথা লৈ কোনে কি কৈছে? তবে আমি হলোঁ সাধাৰণ মানুহ। কাহ এটা মাৰিলেও ডাক্তৰক মতাৰ কাৰণে লৰটো মাৰিব পাৰো নে? ৰজা-মহাৰজাৰ ঘৰৰ মানুহৰ কথা বেলেগ।"

হাজৰিকাই এইবোৰ কথাত কাণ নিদি সাৱিত্ৰীক কলে, "ব'লা মাই, যাওঁ।"

ভীমক সাবিত্ৰীহঁতৰ ঘৰৰ চালৰ ওপৰত উঠি টেঁটু ফালি গান গাই থকা দেখি সুধিলোঁ, "কি অ'? কি কৰিছ? কামত যোৱা নাই?"

ভীমে চহৰত কোনোবা ড্ৰাইভাৰৰ লগত থাকি হেণ্ডিমেন কাম কৰে। এতিয়াও বোধহয় চৰকাৰীভাৱে হেণ্ডিমেনৰ পৰ্য্যায়ত উঠা নাই। ড্ৰাইভাৰৰ লগে লগে থাকে, হেণ্ডেল মাৰে, আলপৈচান ধৰে। ওস্তাদ ল'ৰা।

তৎক্ষণাৎ গান বন্ধ কৰি ভীমে কলে, "আজি ক'ত আৰু যাব পাৰিম? মামীহঁত ঘূৰি আহিল নহয়। ইয়াতেই থাকিব। চালৰ অৱস্থা নোহোৱা হৈছে। অলপ খেৰ-চেৰ তুলি দিওঁ, নহলে থাকিব কেনেকৈ?"

ভাবিলোঁ এইটো আৰু কি হ'ল? পিচে হৰেণেই খবৰ দিলেঃ বুজিছা স্বভাৱ-চৰিত্ৰ বেয়া। মোৰ তাত থাকি জুত কৰিব পৰা নাই। মূৰৰ ওপৰত অভিভাৱক এজন থাকিলে যি ইচ্ছা তাকে কৰিব নোৱাৰেতো। সেই কাৰণেই গুচি আহিল। নহলে তিৰোতা এজনীয়ে এনেকৈ অকলে থাকিবলৈ লয় নে? কাৰ সাহসত? ভীম আৰু ভীমৰ মাকৰ সাহসত? আৰু এই ভীমৰ মাকজনী। তাই বেটী জানো কম বজ্জাত? মোৰ তাত থাকোঁতে ল'ৰাটোৰ অলপ কিবা বোলে অসুখ কৰিছিল, তাই বেটী দিনে-ৰাতিয়ে

ল'ৰাটোৰ ওচৰতে। কিয় ? মোৰ ঘৰত আৰু মানুহ নাই ? তাই গৈ চালেহে চোৰা। হেজাৰ হওক ৰামনাথ দাদা ভদ্ৰঘৰৰ ল'ৰা তয়ো ভদ্ৰলোকৰ পৰিবাৰ। তোৰেই বা ছোটলোকৰ তিৰী এজনীৰ লগত কিহৰ ইমান খাতিৰ ? এই ৰামনাথদাদাৰ পৰিবাৰৰ কথা কৈছোঁ। হুঁঃ। ভিতৰত বহুত কথা আছে।"

মই সকলো চিন্তা কৰিলোঁ ঃ "ল'ৰাটোক লৈ চলিব কেনেকৈ ?"

বিতৃষ্ণাত হৰেণৰ মুখখন কোঁচ খাই গ'ল।

"যেনেকৈ চলিম বুলি ঠিক কৰি মোৰ তাৰপৰা ওলাই আহিছে তেনেকৈ চলিব। লিখাপঢ়া হেনো ক্লাচ নাইন নে টেন পৰ্য্যন্ত। কি সাহসত অকলে থাকিবলৈ লৈছে তুমিয়েই ভাবি চোৱা। ছিঃ এনেকৈ অধঃপাতে যাব লাগে নে ? স্বভাব চৰিত্ৰ আগৰপৰাই বেয়া। নহলেনো এনেকুৱা জঘন্য বাট এটা কোনোবাই নিজে বাছি লয় নে ?"

আমি একোৱেই কৰিব নালাগিল। হৰেণেই খবৰ-পাতি যোগাৰ কৰি আনিলে।

"ঠিক কথা। মই যি কৈছোঁ সেয়েই। চহৰৰ ছোৱালী। আগৰপৰাই টিপটাপ জানে। ইয়াত থাকি কাৰবাৰ কৰিলে সকলোৰে চকুত ধৰা পৰিব। বেছ হুচিয়াৰ। অসমীয়া মানুহৰ লগতো নাই। মই গোটেইখিনি খবৰ লৈছো, নিজ চকুৰেও দেখিছোঁ। ফাঁচী বজাৰত শিখমন্দিৰৰ কাষৰ বাটেৰে গৈ বাঁওফালৰ গলি এটাত সোমাই যায়। সেইটো গলিত পাঞ্জাবী বিহাৰী এইবোৰ দোকানী মানুহৰ আড্ডা। তাই তিৰোতাজনীৰ তাতনো কি কাম ? লক্ষ্য কৰিছা নে নাই ? প্ৰায়েই তাই চিটি বাছত উঠি চহৰলৈ যায় ; হাতত এটা টোপোলা।"

"কিহৰ টোপোলা ?"

"সেইটোতো মজা ! কম চালাক তাই ? যি জীৱিকাৰ যি সাজ। সাজি-কাচি ভালকৈ ওলালেহে মানুহৰ পচন্দ হব। উকিলৰ গাউন, পুলিচৰ ড্ৰেচ্, নাৰ্চৰ পোছাক—প্ৰত্যেক বৃত্তিৰ নিজস্ব সাজ এটা আছে।"



"টোপোলা বান্ধি লৈ যাব লাগিছে কিয় ? পিন্ধি ওলালেই হয়।"

"তোমাৰো যে কথা ! বাঁৰী তিৰোতাজনী সাজি-কাচি গপচত ওলাই গলে ইয়াৰ মানুহে কি কব ?"

কথা ঠিক। মেমনীজনী হৈ গাওঁৰ মাজেৰে গলে মানুহে কি কব ?

হৰেণে দুখ কৰিলে, "মোৰ কব লগা একো নাছিল। ৰামনাথ দাদাৰ পৰিয়াৰ কাৰণেহে এইবোৰ কথাত চকু দিব লগা হৈছে। কিবা এটা কৰি হুলস্থুল কৰাও টান, ইফালে সহ্য কৰি থকাও মস্কিল"

হৰেণৰ অৱস্থাটো বুজি পাওঁ।

লাহে লাহে এই অঞ্চলৰ সকলোৱে সাৱিত্ৰীৰ অধঃপতনৰ কথা জানিলে। ৰামনাথৰ ঘৰৰ লগত আগতেও ইয়াৰ মানুহৰ সম্বন্ধ কমেই আছিল, এতিয়া একেবাৰে নাইকিয়া হ'ল। হৰেণে দুখ কৰে। মানুহবোৰ আজিকালি কিবা আত্মকেন্দ্ৰিক হ'ল। সমাজৰ বুকুত বহি এনে ধৰণৰ অনাচাৰ এটা চলি আছে কিন্তু কিবা এটা বিহিত কৰাৰ কাৰণে কাৰো চেষ্টা নাই। নিজৰ নিজৰ কথা লৈয়েই সকলোৱে ব্যস্ত। গেলা নৰ্দমাৰ কাষেদি যাওঁতে নাকটো ৰুমালেৰে চেপি গলেই হ'ল নে ? নৰ্দমাৰ বিষ-বাষ্পই যে জীৱনী-শক্তিক লাহে লাহে পঙ্গু কৰি আনিব পাৰে সেই বিষয়ে হুচ্ নাই। সমাজ-দেহৰ ক্ষত এটাক গুৰিতেই নিৰ্মূল নকৰিলে যে গোটেই সমাজখনকে দুষিত কৰিব পাৰে সেইটোতো এটা মিছা কথা নহয়।

মোৰ গল্পত আচল ঘটনাটো ( অৰ্থাৎ সাৱিত্ৰীৰ দেহ বিক্ৰী কৰাৰ কথাটো ) ঠিকেই ৰাখিলোঁ, কিন্তু গল্পটিক ৰসোত্তীৰ্ণ কৰাৰ কাৰণে কাৰ্য্যকাৰণ সম্বন্ধটো সলনি কৰি দিলোঁ মাত্ৰ। এইখিনিতেইতো গল্প-লিখকৰ বাহাদুৰী। দেশৰ অৰ্থনৈতিক ব্যৱস্থা, নাৰী সমাজৰ অসহায় অৱস্থা, জীৱন-ধাৰণৰ তীব্ৰ সংগ্ৰাম, অকল জীয়াই থকাৰ অন্ধ আৰু আদিম প্ৰেৰণা ; সকলো কথাকে থুলমূলকৈ ভৰাই দিলোঁ। বিশেষকৈ সাৱিত্ৰীৰ প্ৰতি পাঠকৰ সহানুভূতি সৃষ্টি কৰাৰ সাৰ্থক চেষ্টা

এটা ললোঁ। জীৱন সংগ্ৰামত সমস্ত পথ ৰুদ্ধ দেখি শেষ পৰ্য্যন্ত নিজৰ সন্তানটোক জীয়াই ৰখাৰ কাৰণে পিছল আৰু সৰ্পিল এক তমসাচ্ছন্ন পথেৰে ধীৰে ধীৰে আগবাঢ়ি যাবলৈ তাই বাধ্য হ'ল। ইয়াৰ কাৰণে দায়ী সাৱিত্ৰী নহয়। দায়ী তাইৰ দাৰিদ্ৰ্য, দায়ী অৰ্থনৈতিক ব্যৱস্থা। সমাজ-ব্যৱস্থাত নাৰীৰ সুস্থ জীৱন ধাৰণৰ সকলোবোৰ পথ ৰুদ্ধ কৰি ৰখাৰ প্ৰয়াসৰ ফল। সাৱিত্ৰীৰ মানসিক সংঘাতৰ কৰুণ চিত্ৰ এটাও দাঙি ধৰিলোঁ। তাই দৰিদ্ৰ হলেও ভদ্ৰঘৰৰ ছোৱালী, ভদ্ৰঘৰৰ বোৱাৰী। যুগ-যুগান্তৰৰ সংস্কাৰ তাইৰ ৰক্তস্ৰোতত মিহলি হৈ আছে। সেই সংস্কাৰ ত্যাগ কৰিব লগা হোৱাত তাইৰ যি অন্তৰ্দ্বন্দ্ব তাকো বেছ ধুনীয়াকৈ ফুটাই তুলিলোঁ। লুকাই-চুৰকৈ আৱৰণৰ অন্তৰালত যৌন অসংযমক প্ৰশ্ৰয় দিয়া এক কথা আৰু প্ৰকাশ্যভাৱে জীৱনৰ বৃত্তি হিচাপে এইটো কামত লিপ্ত হোৱা বেলেগ কথা। বাৰু অলপ পঢ়ি শুনাওঁ। আপোনালোকেই বিচাৰ কৰক কেনেকুৱা হৈছে।

"দাৰিদ্ৰ্যৰ কৰাল ছাঁই চাৰিওপিনৰপৰা আগুৰি ধৰিছে। চাৰি দিনৰপৰা পেটত এমুঠি ভাত পৰা নাই। ল'ৰাটোৱে কান্দি ভাগৰি পৰিছে, কন্দাৰো শক্তি নাই। আতঙ্ক, হতাশা আৰু ক্ষোভে কমলাক ( গল্পত সাবিত্ৰীৰ নাম ) আচ্ছন্ন কৰি পেলাইছে। হে ভগবান! নিজৰ স্বৰৰ প্ৰতিধ্বনিয়ে তাইক বিদ্ৰূপ কৰি উঠা যেন বোধ হ'ল। গুঁঠ কামুৰি সমস্ত অৱসাদ জোৰ কৰি আঁতৰাই তাই থিয় হ'ল। দুয়ো হাতেৰে কাণ দুখন ঢাকি ধৰিলে। কিন্তু তাইৰ প্ৰতিটি ৰক্তবিন্দুত ল'ৰাটোৰ কান্দোন মিহলি হৈ গৈছে। শ্ৰৱণেন্দ্ৰিয়দিয়েই কেৱল শুনিব পাৰি এনে নহয়। বিশেষ অৱস্থা এটা আহি গলে সকলোখিনি ওলট-পালট হৈ যায়। শব্দ নাথাকিলেও শুনিব পাৰি, শ্ৰৱণেন্দ্ৰিয় নাথাকিলেও শুনাত বাধা নাই। কমলাৰ চকুৰ দৃষ্টি তীব্ৰ হৈ উঠিল। গোটেই মুখখন কঠিন হৈ পৰিল। গধূলিৰপৰা ভাবি থকা কথাটো হেলাৰঙে মনৰপৰা দলি মাৰি পেলাই দিলে তাই। কিয় মৰিব তাই, কিয় মাৰিব এই অসহায় ল'ৰাটোক? কিয় তাই হাৰ মানিব?



ভগৱানে যদি অইন একো উপায় ৰখা নাই তেনেহলে তেওঁ যি সম্ভাৱ দিছে তাৰেই তাই শিশুটোক মানুহ কৰিব। এইটো হ'ল ভগৱানকেই কৰা কমলাৰ প্ৰত্যাহ্বান। 'তুমি মোক ৰূপ দিছা, যৌৱন দিছা। ঠিক আছে। তেনেহলে মই মোৰ ৰূপ আৰু যৌৱনকেই কামত খটুৱাম। শেষ চেষ্টা কৰাৰ আগতে হাত দাঙি নিদিওঁ।"

"এটা সিদ্ধান্তত অহাৰ লগে লগে সমস্যা আৰু সমস্যা হৈ নাথাকে। কমলাই ল'ৰাটোৰ ফালে চাই কলে, 'আৰু ভৰ নাই। তোক মই খুৱাই-পিন্ধাই জীয়াই ৰাখিব পাৰিম। এটামাত্ৰ সন্তানক মই খুৱাব নোৱাৰো নে? ভাবিলেই হাঁহি উঠে। হাঃ হাঃ হাঃ।' হাঁহিবলৈ যাওঁতে দুৰ্দান্ত কান্দোন এটা তাইৰ অন্তৰৰ অন্তঃস্থলৰপৰা ঠেলি উঠিব খুজিলে। হেঁচামাৰি তাই কান্দোনক আকৌ ভিতৰলৈ ঠেলি পঠিয়ালে।"

দুই-চাৰিটা বাস্তৱ চিত্ৰ অঁকাৰ চেষ্টাও কৰিলোঁ। নমুনা কেইটামান দিওঁ।

"অতীত আৰু ভৱিষ্যতৰ সন্ধিক্ষণত থিয় হৈ তাইৰ খকামকা লাগি গ'ল। সহস্ৰ বাহু মেলি অতীতে তাইক আঁকোৱালি ধৰিব খুজিলে। স্নিগ্ধ, শান্ত, অতি চেনেহৰ অতি মৰমৰ সেই অতীতৰ স্মৃতি। পিতাৰ ব্যস্তভাৱে ওলাই যোৱাৰ দৃশ্য এটা, মাৰ সস্নেহ ডাবি, চুবুৰিৰ মীনাৰ বিয়াৰ হুলস্থুল, ৰামনাথৰ দুষ্টালিভৰা হাঁহি···। বিদায় দিব লাগিলেও বিদায়ৰ বেদনাক অস্বীকাৰ কৰিব নোৱাৰি। কমলাই জানে যে আজিৰপৰা তাইৰ অতীত হেৰাই যাব; লগতে হেৰাই যাব অতীতৰ সকলো মধুৰ স্মৃতি।"

আৰু এটা নমুনা চাওক।

"এখন মৰুভূমি আৰু এজোপা কেকটাচ। ছগনলালৰ স্পৰ্শত তাইৰ সমস্ত সত্তা কোঁচ খাই গ'ল। তাইৰ কণ্ঠ শুকাই আহিল। জুইৰ তাপ লাগি তাইৰ সমস্ত দেহ-মন যেন জ্বলি-পুৰি গ'ল। পৃথিৱীত নাই এক ফোটা ৰস, একবিন্দু আৰ্দ্ৰতা। উঃ বুলি কাতৰ আৰ্তনাদ

কৰি কমলাই চকু বন্ধ কৰি দিলে। তাইৰ চকুৰ আগত ভাহি উঠিল এটা মাত্ৰ ছবিঃ এখন মৰুভূমি আৰু এজোপা কেক্‌টাচ।"

গল্প-লিখকে বক্তৃতা দিয়াৰ কিম্বা বাণী বিতৰণ কৰাৰ মই ঘোৰ বিৰোধী। কিন্তু কিছুমান কথা লিখি ইমান ভাল লাগিল যে কাটি দিবৰ সত নগ'ল। অৱশ্যে মোৰ গল্পৰ ক্ষেত্ৰত এইটো একো বেয়া হোৱা নাই। মোৰ গল্পটো হ'ল সমস্যাৰ ওপৰত লিখা গল্প। তলত তুলি দিয়া কথাখিনিক বেয়া বুলি কব পাৰিব জানো?

"যিখন সমাজত নাৰীৰ সুস্থভাৱে জীৱন-ধাৰণৰ সকলো পথ বন্ধ, যিখন সমাজত সমাজ কল্যাণৰ নামত চলে উচ্চখাপৰ নাৰী কিছুমানৰ অলস জীৱনৰ অৱসৰ বিনোদৰ প্ৰচেষ্টা, যিখন সমাজৰ ৰন্ধ্ৰে ৰন্ধ্ৰে অনাচাৰ আৰু ব্যভিচাৰৰ সৰ্বনাশী বীজাণুৰ কুটিল আক্ৰমণ, য'ত মানুহৰ নৈতিক মূল্যবোধ গুৰি হৈ ধূলিত মিহলি হৈ যাব ধৰিছে, য'ত উচ্চশিক্ষাই মানুহক কৰে স্বাৰ্থপৰ আৰু আত্মকেন্দ্ৰিক, য'ত প্ৰত্যেক চুকে-কোণে নাৰীমাংসলোভী নৰপিশাচসকলে সভ্যতাৰ মুখা পিন্ধি বিভিন্ন ৰূপত খাপ লৈ আছে, য'ত টকাৰ পৰিবৰ্তে সকলো কিনিব পাৰি —আনুগত্য, মৰম-চেনেহ সকলোটি, সেইখন দেশত থাকি কমলাই (সাৱিত্ৰীৰ গল্পত দিয়া নাম) নিজকে আৰু নিজৰ সন্তানক জীয়াই ৰখাৰ কাৰণে নিজৰ দেহ বিক্ৰী কৰাৰ বাহিৰে আৰুনো কি কৰিব পাৰে? বেচা-কিনাৰ হাটত তায়ো তাইৰ বেপাৰৰ সম্ভাৰ সজাই দোকান পাতি বহিছে। তাইৰ পণ্য হ'ল প্ৰেম আৰু ভালপোৱা। ইমান টকা প্ৰতি কিলোত! ওহোঁ, কিলোততো নহব। ইমান টকা প্ৰতি ঘণ্টাত।"

কেনে? বঢ়িয়া, নহয়? গল্প লিখি শেষ কৰিলোঁ। যোৱা-কালিয়েই গল্পটো শেষ কৰিব পাৰিলোঁহেতেন, কিন্তু লেঠা এটা লাগিল। এই হৰেণটোও যে হৈছে! প্ৰত্যেকটো গোপনীয় কথা মোৰ আগত নকলে তাৰ ভাত হজম নহয়।

ভীমটো দিনক দিনে এটা গুণ্ডা হৈ উঠিব ধৰিছে। আগদিনা



হৰেণে সাৱিত্ৰীৰ খা-খবৰ লবলৈ যাওঁতে ভীমে হেনো তাক মস্ত পিটন দিলে। কাম-কাজ শেষ কৰি যাওঁতে অলপ ৰাতি হৈছিল, ঠিকেই। লগত আৰু দুজন কোনোবা আছিল। হৰেণে নাম নকলে; তবে বন্ধু মানুহ, ভদ্ৰলোক। হৰেণে "মই হৰেণ, মই হৰেণ অ'" বুলি কোৱাৰ পিচতো বাছি-বিচাৰি ভীমে তাৰ মূৰতে কোব এটা সোধালে। কোনো ৰকমে জীউটো হাতত লৈ পলাই সাৰিল। যোৱাকালি ভীমক মাতি আনি ডাবি দিয়াত সি হৰেণক চিনি পোৱা নাই বুলি কলে। ফট্‌ফটীয়া জোনাকৰাতি। চিনি নোপোৱাৰ কাৰণ নাই। নে, কি? আজিকালি সিও মদ ভাং খাবলৈ ললে নেকি? কি ঠিক? ড্ৰাইভাৰ-হেণ্ডিমেন শ্ৰেণীৰ ল'ৰাৰ কি বিশ্বাস?

যি নহওক আজি গল্পটো শেষ হ'ল। আজিয়েই ৰবীন চৌধুৰীক দিব লাগিব। অইনখিনি ঠিকেই আছে; বানানখিনিহে অলপ চাই দিলেই হব। চহৰলৈ যাম বুলি গল্পটো পকেটত ভৰাই চিটি-বাছ ষ্টেণ্ডৰ ফালে আগবাঢ়িলোঁ। দেখিলোঁ সাৱিত্ৰীও গৈ আছে। হাতত সেই চিৰন্তন টোপোলা। মই নীতিবাগীশ নহওঁ। তথাপিও তাইক আগত দেখি বিৰক্তিত মোৰ ভুৰু কোঁচ খাই গ'ল। হঠাতে দেখিলোঁ হৰেণ আৰু অইন দুজন মানুহে তাইক আগচি ধৰিছে। এজন ৰঘুনাথ। ইয়াৰেই মানুহ। ঘোৰ মদাহী। আনজনক চিনি নাপাওঁ। আমাৰ ইয়াৰ নহয়। হৰেণে মদ খায় বুলি শুনিছিলোঁ কিন্তু আগতে কেতিয়াও মদ খোৱা অৱস্থাত বাটত ঘূৰি ফুৰা দেখা নাছিলোঁ। আজিহে খাটাংকৈ জানিলোঁ। দেশী মদৰ উৎকট গন্ধ যাব ক'ত।

হৰেণে সাৱিত্ৰীক আগভেটা দি সুধিলে, "ক'ত যোৱা তুমি?"

সাৱিত্ৰীয়ে গম্ভীৰভাৱে কলে, "কিয় লাগিছে তোমাক?"

হৰেণে হাত-মূৰ জোকাৰিবলৈ আৰম্ভ কৰিলেঃ "নিজৰ মুখত ছাই সানা, মোৰ কবৰ একো নাই। কিন্তু তুমি আমাৰ গোটেই পৰিয়ালৰ মুখত ছাই সানি দিছা। ৰামনাথ দাদা দেৱতুল্য মানুহ আছিল। স্বৰ্গী হ'ল, ভালেই হ'ল। তোমাৰ এইবোৰ কাণ্ডকাৰখানা নিজ চকুৰে চাই

যাব লগা নহ'ল। দাদা মৰি ৰক্ষা পৰিল।" হৰেণে হাতেৰে চকু দুটা মচি ললে। লগৰ দুজনে গম্ভীৰভাৱে মূৰ দোঁৱাই তাক সমৰ্থন জনালে।

হৰেণে সিহঁত দুজনৰ ফালে চাই আকৌ আৰম্ভ কৰিলে, "ৰামনাথ দাদাক মই নিজৰ ককাইদেউৰ নিচিনা দেখিছিলোঁ। মোৰ তাতেই নি এওঁক ৰাখিলোঁ। বোলো আমি এমুঠি খাবলৈ পালে এওঁৰো হব। সেইটো এওঁৰ পচন্দ হব কিয়? বেশ্যাগিৰি কৰি খোৱাতহে আচল মজা, নহয় জানো?"

সাৱিত্ৰী চঁক্ খাই উঠিল। লগে লগে তাইৰ চকুহাল তীব্ৰভাৱে জ্বলি উঠিল: "বেশ্যাগিৰি এতিয়ালৈকে কৰা নাই কিন্তু লাগিলে তাকেই কৰিম। নিজৰ ইচ্ছামতে চলিম, পইচাও পাম। কিন্তু তোমাৰ ঘৰত থাকি দিনে-ৰাতিয়ে চাকৰণীৰ দৰে খাটি এমুঠি বাহী ভাত খাই তোমাৰ ভোগৰ সামগ্ৰীত পৰিণত হবলৈ কোনোমতেই মান্তি নহম। তুমি হাজাৰ চেষ্টা কৰিলেও সেইটো নহব।"

এইবাৰ হৰেণৰ চকুদুটা মুহূৰ্তৰ কাৰণে তলফালে নামি আহিল। মুহূৰ্তৰ কাৰণেহে। আকৌ ভেকাহি মাৰি কলে, "বেশ্যাগিৰি কৰা নাই। এওঁ সতী সাৱিত্ৰী। নামতো, কামতো। বোলো, কি কৰি খাইছা হে? কোন দাতাকৰ্ণই তোমাৰ খোৰাক যোগাইছে? কিহৰ স্বাৰ্থত? উঃ কথা শুনা—মই বেশ্যাগিৰি কৰা নাই! তিৰোতা মানুহ তুমি। তোমাৰ অকলে অকলে সদায় চহৰলৈ যোৱাৰ কিহৰ তাল, বোলো কিহৰ তাল? কোন অফিচত হাকিমী কৰাহে? মুখত ৰং সনা নাই? ময়েই দিম নেকি অলপ সানি? টোপোলাত কি? চাওঁ।"

সাৱিত্ৰী অলপ তথা লাগি ৰৈছে। হৰেণৰ কথা তাই যেন একো বুজি পোৱা নাই, বুজাৰ চেষ্টাহে কৰিছে। তাই এই অৱস্থাত থকাত হৰেণে থাপ মাৰি টোপোলাটো কাঢ়ি লৈ মেৰিওৱা কাগজখন টান মাৰি ছিঙি পেলালে। ধুনীয়া ডিজাইনৰ ফ্ৰককেইটামান বাটত বাগৰি পৰিল।



হৰেণ হতভম্ভ। ময়ো। হৰেণে আচৰিত হৈ কলে, "এইবোৰ কি?" সি যেন নিজকেই কথাষাৰ সুধিছে।

মই তেতিয়া আগবাঢ়ি হৰেণক কলো, "যোৱা, যোৱা, মাজবাটত কি মাতলামিখন আৰম্ভ কৰিছা?" হৰেণহঁতে মূৰ খজুৱাই গুচি গ'ল।

মই ফ্ৰককেইটা বুটলি ললোঁ। ফটা কাগজখনেৰে কোনোৰকমে আকৌ মেৰিয়াই সাৱিত্ৰীৰ হাতত তুলি দিলোঁ। সাৱিত্ৰীয়ে উচুপি উচুপি কান্দিছে। মোৰ ফালে নোচোৱাকৈ হাত বঢ়াই তাই টোপোলাটো ললে। ভাগ্য ভাল। সেই সময়ত বাটত মানুহ নাই।

মই কলোঁ, "নাই নাপায়। নাকান্দিব এনেকৈ মাজ-বাটত। মানুহে দেখিলে কি বুলি ভাবিব?"

"মানুহে কি বুলি ভাবে জানিলোঁৱেই। উঃ ভগৱান! নিজে ভালে থকাৰ চেষ্টা কৰি কষ্টে-মষ্টে চলিব খুজিলেও নোৱাৰোঁ নে? মই একোতো দোষ কৰা নাই।"

কথাখিনি তাই ভাঙি কলে, "চিনাকি বঙালী তিৰোতা এজনীয়ে ওস্কাৰমলৰ তাত এই কামটো ঠিক কৰি দিছে। মই ভাল ফ্ৰক চিলাই কৰিব পাৰোঁ। পইচাও ভালেই দিয়ে। হাটে-বজাৰে এইবোৰ ফ্ৰক ভাল পইচাত বিক্ৰী হয়। সপ্তাহত এদিন গৈ ফ্ৰককেইটা দি আহোঁ আৰু নতুন কাপোৰ লৈ আহোঁ। নিজে লৈ নগলে কোন যাব? তাতো নিস্তাৰ নাই। গাৱঁৰ মানুহে মই চহৰত গৈ বেশ্যাগিৰি কৰোঁ বুলি ভাবে। তাকেইতো। সেইকাৰণে চুবুৰিৰ কোনেও মোক নামাতে।"

তাই আকৌ কান্দিবলৈ ধৰিলে।

"নাই নাই। কোনে আপোনাক এইবোৰ কথা কৈছে? হৰেণ এটা মদাহী। তাৰ কথা কোনে বিশ্বাস কৰে?"

সাৱিত্ৰীৰ মুখত অলপ আগ্ৰহৰ ভাব ফুটি উঠিল। ব্যাকুলভাৱে মোক সুধিলে, "সঁচা? আপুনি নিজে মই কি কৰোঁ বুলি ভাবিছিল? কেনেকৈ চলি আছোঁ?"

মই তাইৰ ফালে নোচোৱাকৈ কলোঁ, "একোৱেই ভবা নাই। কিবা এটা কৰে আৰু কি!"

দুয়ো বাছ-ষ্টেণ্ডৰ ফালে আগবাঢ়িলোঁ।

সাবিত্ৰীয়ে নিজ মনেৰে কলে, "জুনজুনৰ কাৰণেহে চিন্তা। অকলে হোৱাহলে মই কেতিয়াবাই আত্মঘাতী হলোঁহেতেন। তাৰো যে কপালখন? নিজৰ বুলিবলৈ সংসাৰত তাৰ কোনো এজন নাই।"

উত্তৰ দিলোঁ, "কোনো নাই কিয়? মাক আছে, মোমায়েক আছে।"

"মোমায়েক? ক'ত আছে মোমায়েক? দেউতাৰ মই একমাত্ৰ সন্তান। দেউতাও ঢুকাইছে। সঁচাই বৰ দুৰ্ভাগ্য তাৰ। কোনে যে কেতিয়া কি শত্ৰুতা কৰে কবই নোৱাৰোঁ।"

মাজ-বাটত থিয় হৈ মই দুয়ো হাতৰ মাংসপেশী সঙ্কুচিত কৰি ফুলাই দিলোঁ।

"জুনজুনৰ মোমায়েকৰ টকা-পইচা বেছি নাই ঠিক, কিন্তু গাত যথেষ্ট বল আছে। হৰেণৰ সাধ্য নাই তাৰ চুলি একোছা স্পৰ্শ কৰে।"

সাবিত্ৰীৰ মুখত কান্দোনৰ মাজতেই স্নিগ্ধ হাঁহি এটা ফুটি উঠিল।

মই উচপিচ কৰি আছোঁ। নাই, নোৱাৰিলোঁ। অসহ্য হৈ উঠিছে। পকেটৰপৰা গল্পটো বাহিৰ কৰি টুকৰা-টুকুৰকৈ ফালি বাটৰ কাষৰ নলাটোত পেলাই দিলোঁ। সাবিত্ৰীয়ে সুধিলে, "দাদা, কি হ'ল?"

"বাজে কাগজ এসোপা পকেটত আছিল। তাকেই পেলাই দিলোঁ।"

———



## ॥ মা, দেউতা আৰু অঞ্জু ॥

"মাত দিয়ক, আগতে অঞ্জুক মাত একাষাৰ দিয়ক। নহলে হুলস্থুল লগাব। ল'ৰাক যিটোহে কৰি তুলিছে।"

ঠিক কথা। অফিচৰপৰা অহাৰ লগে লগে অঞ্জুৱে লৰৰি গেটৰ কাষলৈ যোৱা নাই। মাকে হেঁচা মাৰি ধৰি কাপোৰ-কান্ধি পিন্ধাই আছিল। নহ'লে বিৰাজ বৰুৱা ঘৰৰ কাষ পোৱাৰ লগে লগে বুলেটৰ দৰে লৰৰি যায়। ছিটিকি পৰি দাঁতেই ভাঙেনে মুখেই ভাঙে, ঠিক নাই। বৰুৱা ব্যস্ত হৈ উঠে।

"লাহে লাহে, লাহে লাহে।"

কোনে শুনে কাৰ কথা? গেটৰ মুখত থাপ মাৰি ধৰি কোলাত লৈ ঘৰ সোমাব লাগে। এইটো হ'ল প্ৰাত্যহিক নিৰ্দিষ্ট কাৰ্য্যসূচী। কেতিয়াও পুৰণি নহয়।

ইয়াৰ পিছত জলপানৰপৰা এক চামুচ অথবা এক কামোৰ প্ৰথমতে অঞ্জুক খুৱাই দিব লাগিব।

ঠিকেইতো। অঞ্জুৱে গেটৰ মুখলৈ লৰৰি যোৱা নাছিলতো! যাব নোৱাৰাৰ কাৰণে এটা অপৰাধ বোধ আছে। বঞ্চিত হৈছে বুলি ভাব এটাও মনত আছে। দেউতাকৰ ফালে নোচোৱাকৈ মুখখন ঘূৰাই থৰ লাগি থিয় হৈ আছে।

বৰুৱাই পিচফালৰপৰা দুয়ো হাতেৰে ধৰি অঞ্জুক দাঙি দিলে। এটা জোকাৰণিতে অভিমানখিনি গুচি গ'ল। হাঁহি ওলাই আহিল।

"জানা বাবা? বীণা বাইদেউহঁতৰ নিংনাই আজি সাপ এটা মাৰিছে।"

"হয় নেকি ?"

"এক-শ হাত দীঘল।"

"হয় নেকি ?"

"এক-শ হাতৰো বেছি। তেৰ হাতমান হব।"

সি তাৰ কথাৰে দেউতাকক অভিভূত কৰিব বিচাৰিছে। উৎসাহৰ আতিশয্যত কলে—"ময়ো মাৰিব পাৰোঁ।"

"কি ?"

"সাপ।"

বৰুৱা শঙ্কিত হৈ উঠিল।

"খবৰদাৰ বাবা। সাপ দেখিলে কেতিয়াও কাষলৈ নাযাবা। নাপায়।"

"কি কৰিব সাপে ? মাৰি দিম। মোৰ গাত বল আছে।"

"নহয় নহয়। বল থাকিলে একো নহয়। সাপৰ কাষলৈ যাব নাপায় নহয়। হেৰা, চাবাহে ইয়াক। ভালকৈ নজৰ ৰাখিবা। ক'ৰবাত সাপ-চাপ দেখি কাষলৈ আগবাঢ়ি যাবা।"

অঞ্জুৰ মাকে হাঁহিলে মাত্র।

"হব দিয়ক। আপোনাৰ ল'ৰাৰ যিহে সাহস। মুখতেই।"

"মোৰ দৰে ?"

"নহয়নো কি ?"

সকলোৰে মাক আছে, দেউতাক আছে। অঞ্জুমণি আছে আৰু নিংনা আছে। নিংনা হ'ল কাম কৰা ল'ৰা। মা-চৰাই, বাবা-চৰাই। মা-ভেকুলী, বাবা-ভেকুলী, ইত্যাদি।

বৰুৱাই কেতিয়াবা সাধুকথা কবলৈ লয়। এতিয়াও অঞ্জুৱে সাধুকথাৰ ধাৰাবাহিকতা হৃদয়ঙ্গম কৰিব পৰা হোৱা নাই।

"এক আছিল ৰজা।"

"ওঁ।"

"ৰজাৰ আছিল এজন ল'ৰা।"



"মাকে মাৰে নে নামাৰে ?"

"দুষ্টালি কৰিলে মাৰে। ৰজাৰ ল'ৰাই ডাঙৰ হৈ দেশ-ভ্ৰমণ কৰিবলৈ গ'ল।"

"দেশ-ভ্ৰমণ কি ?"

"দেশ-ভ্ৰমণ কৰা মানে হ'ল ফুৰা। ফুৰিবলৈ গ'ল।"

"কাৰ লগত ? নিংনাৰ লগত ?"

"নহয়। অকলে।"

"মাকে কিয় অকলে যাবলৈ দিলে ?"

অঞ্জুৱে গম্ভীৰভাৱে সাধুকথা কবলৈ লয়। "এটি আছিল ৰজা। ৰজাই গাখীৰ নাখায়। মাকে এনে কোব দিলে…।"

গাখীৰ খাবলৈ হলে সিও বৰ জুলুম কৰে। মাকে ফুচুলাবৰ চেষ্টা কৰে।

"খোৱা, খোৱা। তেতিয়াহে সোনকালে ডাঙৰ হবা। পূজাৰ সময়ত দিল্লীৰপৰা আহি সকুখুৱাই চিনিয়েই নাপাব।"

"কি কব ?"

"এইটোনো কোন ? ইমান ডাঙৰ ল'ৰাজন কোন ?"

"তুমি কি কবা ?"

"কিয় ? এইটো দেখোন অঞ্জুমণি।"

"সকুখুৱাই কি কব ?"

"কি আৰু কব ? আচৰিত হৈ যাব।"

সকুখুৱাক আচৰিত কৰি দিয়াৰ আনন্দতে মত্ত হৈ কব নোৱাৰাকৈ গাখীৰখিনি খাই পেলালে।

ডাঙৰ পতাৰ বিপদো আছে।

"বাবাক ইমান ভাত দিছা। মোকো দিয়া।"

"তুমি সৰু ল'ৰা। আৰু বেছি ভাত খাব নোৱাৰিবা।"

"পাৰিম।"

"পেট ফাটি যাব দেখোন।"

অঞ্জুৱে দাইলৰ বাটিটো দলিমাৰি দিয়াৰ উপক্ৰম কৰিছিল মাত্ৰ, বৰুৱাই লৰালৰিকৈ মধ্যস্থতা কৰিলে।

"হেৰা। তুমি কি হে? অঞ্জু আজিকালি ডাঙৰ হৈছে। তাকো নাজানা? বহুত ভাত খাব পাৰে। হেৰা, এইখিনি ভাত খোৱা হলে ইয়াক আৰু ভাত দিব লাগিব। কাইলৈৰপৰা বেছিকৈ ভাত ৰান্ধিবা।"

অঞ্জুই গম্ভীৰভাৱে কলে—"মোৰ হেৰা…।"

"কি হ'ল তোমাৰ হেৰাৰ?"

"মোৰ হেৰাই বহুত ভাত ৰান্ধিব পাৰে। এক হাজাৰ ভাত।"

"ক'তনো আছে তোমাৰ হেৰা?

"আছে।"

"আছেতো! ক'ত আছে?"

"দিল্লীত।"

"দিল্লীত।"

"হয় নেকি?"

আবেলি বৰুৱাই ঘৰ পোৱাৰ লগে লগে অঞ্জুৱে নালিচ দিলে।

"মাই আজি মোক চৰ মাৰিছে। গালত দাগ বহি আছে।"

দাগ বহি থকা কথাটো মাকৰ মুখত শুনা। চৰটো মাৰি তেওঁৰ আত্মধিকাৰ উপজিছিল। তেওঁ আত্মনিগ্ৰহ প্ৰকাশ কৰিছিল।

"হাক দিলে নুশুনা। কেনেকুৱা মাৰ খালা? গালত দাগ বহি গৈছে?"

ক'তা দাগ? মিছা

বৰুৱাই অঞ্জুক কোলাত লৈ মৰমেৰে কলে—"ইচ্, ৰাম! চাওঁ চুমা খাই দিওঁ এটা—"

অঞ্জুৱে খাতিৰ লগালে—"মাক মই ভাল নাপাওঁ।"

"মোক?"



"তোমাক ভাল পাওঁ।"

মাকে কলে—"আপোনাক ভাল নাপাব কিয়? দিনটো হৈ হৈ গাই থাকিব লাগে মই। আজি গোটেই চাৰ্ফৰ পেকেটটো লৈ চৰিয়াত ঢালি দিলে। পানীকল খুলি দি দুপুৰীয়া কলৰপৰা গিলাচে গিলাচে পানী লৈ ফুলগছত পানী দিবলৈ লৈছে। কলৰ তলখন পিছল হৈ আছে। হাক দিলে কথা নুশুনে।"

দেউতাকক পালে অঞ্জুক আৰু একো নালাগে। ডাঙৰে কথা কলেও দেউতাকৰ কাষত থাকি শুনি থাকে। হয়তো তাৰ মটৰখন লৈ খেলি আছে। কিবা যে শুনিছে বা বুজিছে ধৰাৰ উপায় নাই। বহুদিন পিচত হঠাতে সেইবোৰ কথা কৈ কেতিয়াবা অস্বস্তিকৰ পৰিস্থিতিৰ সৃষ্টি কৰে। কাম-কাজ আৰু আচৰণতো বৰ সাৱধান হৈ থাকিবলগীয়া হৈছে। বন্ধৰ দিন। অঞ্জুই দেউতাকৰ লগত শুব। হঠাতে সি কলে—

"মোকো ধৰি থাকা।"

"কিয়? ধৰি থাকিব লাগে কিয়?"

"মাক হলে ধৰি থাকা। মোক নধৰা কিয়?" অঞ্জুৰ মাকে লৰালৰিকৈ কোঠাৰপৰা ওলাই গ'ল।

"খালে, খালে, খালে।"

বিৰাজ বৰুৱাই মাজে মাজে গল্প লিখে। অঞ্জুৱে তেওঁৰ জীৱনৰ বহুখিনি ঠাই অধিকাৰ কৰি আছে। লিখিবলৈ আৰম্ভ কৰি অঞ্জুৰ কথা লৈয়েই তেওঁ গল্প এটা লিখিলে। ৰঞ্জুৱে (গল্পটোত দিয়া অঞ্জুৰ নাম) দেউতাকক খুব ভাল পায়। দেউতাকৰ নামত পগলা। অফিচৰপৰা অহাৰ লগে লগে তেওঁক দখল কৰি বহে। অহাত অলপ পলম হলে মাকক ব্যতিব্যস্ত কৰি তোলে। মাকে খঙতে ডাবি দিয়ে। "কিবা কামত লাগি আছে। আহিব।" হঠাতে হৃদৰোগত ৰঞ্জুৰ দেউতাকৰ মৃত্যু হয়। সকলোৱে আচৰিত হৈ লক্ষ্য কৰিলে যে দেউতাকৰ মৃত্যুৰ পিচত এবাৰো ৰঞ্জুৱে দেউতাকৰ নাম লোৱা নাই।

গল্প লিখক ( অর্থাৎ বরুৱা ) আচৰিত হোৱা নাই। তেওঁ এটা ধুনীয়া ব্যাখ্যা দিছে।

সহজাত প্ৰেৰণাৰপৰা ৰঞ্জু বহুতো বেছি চুচিয়াৰ, বহুতো বেছি বুদ্ধিমান। দেউতাকৰ স্মৃতি, এটা অমূল্য ৰত্নৰ দৰে সি মনৰ মণি-কোঠাত অতি সংগোপনে লুকুৱাই থৈছে। এই অমূল্য ৰত্নৰ পোহৰ চিৰকাল একেধৰণে উজ্জ্বল হৈ থাকিব। ভৱিষ্যতৰ সহস্ৰ দুখ আৰু বেদনাত, পদে পদে মনুষ্যত্বৰ অপমানৰ গ্লানিৰ মাজত পাপ আৰু প্ৰায়শ্চিত্তৰ দুৰূহ বোজা বৈ থকা অৱস্থাত হঠাতে কোনোবা মানুহে তাৰ পিনে চাই আচৰিত হৈ যাব। মনৰ মণিকোঠাত লুকুৱাই থোৱা সেই ৰত্নৰ পোহৰে ৰঞ্জুৰ মুখখন উজ্জ্বল কৰি তুলিব। টোপনিত তাক হঠাতে ইহা দেখি লগৰ কোনোবাই বিস্ময়ত স্তব্ধ হৈ যাব।

দিৰাজ বৰুৱা অফিচৰপৰা অহাৰ পিচত তেওঁৰ পৰিবাৰে চাহ-জলপান যতনাই দিলে। ইফালে অঞ্জুৱে বাহাদুৰি লবৰ কাৰণে ব্যস্ত হৈ আছিল।

“জানা বাবা? দুপৰীয়া মাই আজি কান্দি আছিল। ইমান ডাঙৰ লৰাই কান্দে? মই অলপো কন্দা নাই।”

বৰুৱাই লক্ষ্য কৰিলে পৰিবাৰৰ মুখখন অতিশয় গম্ভীৰ। সুধিলে —“কি হৈছে?”

“নাই হোৱা একো।”

“ইমান গম্ভীৰ হৈ আছা কিয়?”

বৰুৱাৰ পৰিবাৰৰ চকুপানী ওলাই আহিল। আচলেৰে তেওঁ চকুহটা ঢাকি ধৰিলে।

“গল্প লিখে বুলি ইমান অমঙ্গলীয়া গল্প লিখিব লাগে নে?”

“গল্প, গল্প।’

“গল্প! গোটেইখিনিয়ে দেখোন নিজৰ কথা। অঞ্জুক ৰঞ্জু কৰিছে। নিংনাৰতো নামটোও বদলি কৰা নাই। মোক শাস্তি দিয়াবৰ কাৰণে গল্পটো এনেকুৱা কৈ শেষ কৰিছে। আপোনাক নাজানো?”



“হেৰা, শুনা।”

“নুশুনো মই।”

ঠিকেই। ৰঞ্জুৰ ( অৰ্থাৎ অঞ্জুৰ ) দেউতাকৰ মৃত্যু হব নালাগিছিল। অন্ততঃ হোৱা উচিত নাছিল। ৰঞ্জুৰ (অৰ্থাৎ অঞ্জুৰ) ইমান ডাঙৰ এটা সৰ্বনাশৰ কল্পনা কৰাটোৱেই তেওঁৰ অন্যায় হৈছে। ভয়ানক অন্যায়। অত্যন্ত বিকৃত ৰুচিৰ পৰিচয়। স্বয়ং ভগৱানৰ পক্ষেও অন্যায়।

বৰুৱাই পৰিবাৰক মাতিলে—“হেৰা, শুনা। এইটো গল্প মই আলোচনীলৈ নপঠাওঁ। এই চোৱা, তোমাৰ আগতেই ফালি পেলালোঁ।”

---

## ॥ আৰক্ষক ॥

পাঠ্যক্ৰম সমিতিৰ মিটিং আছিল। আহোঁতে পলম হ’ল। পৰিবাৰ ৰমলাই শোৱনি-কোঠাত এন্ধাৰত শুই আছে। পবিত্ৰ দত্তই চুইচটো টিপি দিলে। চকু মুখ কোঁচাই তেওঁৰ পৰিবাৰে বিৰক্তিৰে চালে।

“অফ কৰি দিয়া।”

“কি হ’ল তোমাৰ?”

“নাই হোৱা একো।”

“এনেকৈ এন্ধাৰত শুই আছা কিয়?”

“এনেয়ে।”

মূৰৰ বিষ। সদায় লাগি আছে। চকুৰ কাৰণে হব পাৰে, চাইনাচৰ কাৰণেও হব পাৰে। চকু দেখুওৱা হ’ল। বহু ডাক্তৰ, বহু বিশেষজ্ঞক দেখুওৱা হ’ল। একো নহ’ল। অসহ্য মূৰৰ বিষ।

কেতিয়াবাহে ভালে থাকে। এই মূৰৰ বিষে তেওঁৰ গোটেই দৃষ্টি-ভঙ্গীটোকেই বিষাক্ত কৰি তুলিছে।

একমাত্র ল'ৰা লাতুই ঠিক ধৰিব নোৱাৰে মাকৰ লগত তাৰ আচল সম্বন্ধটো কি। নিশ্চিত হব নোৱাৰে। কেতিয়াবা খুব মৰম কৰে। দোষ কৰিলেও একো নকয়। আৰু কেতিয়াবা অতি সামান্য কথাতো বৰ বেয়াকৈ ডাবি-ধমকি দিয়ে। মাকৰ মানসিক গতিবিধি সম্বন্ধে লাতু মূঠেই সুনিশ্চিত নহয়। মাকৰ আগত সি তাৰ স্বয়ংক্রিয়তা আৰু স্বাভাৱিকতা হেৰুৱায়। সহজ হব নোৱাৰে।

আনহাতে দেউতাকৰ লগত তাৰ সম্বন্ধটো সহজ। তেওঁক সি ভালকৈ বুজি পায়। বিশেষ পৰিস্থিতিত তেওঁৰ কি প্রতিক্রিয়া হব পাৰে সি ভালকৈ জানে।

পবিত্র দত্তই চুইচটো অফ কৰি সুধিলে—

"লাতু ক'ত ?"

"আছে ক'ৰবাত নন্দেশ্বৰৰ লগত।"

দত্তই বিৰক্তি বোধ কৰিলে। চাকৰ-নাকৰৰ লগত এনেকৈ অকলে অকলে থকাটো তেওঁ ভাল নাপায়। নন্দেশ্বৰ অৱশ্যে বহু-দিনৰপৰাই আছে। ভাল আৰু বিশ্বাসী। পিচে তেওঁ পাহৰিব নোৱাৰে যে এনেকুৱা কাম কৰা ল'ৰা এজনে সৰুতে তেওঁক হস্তমৈথুন কৰিবলৈ শিকাই দিছিল।

ইফালে তেওঁ লাতুক চাকৰ-নাকৰৰ লগত লগ হবলৈ পোন-পটীয়াকৈ হাক দিয়াটো টান পায়। ল'ৰা-ছোৱালী সৰু হলেও এটা নির্দেশৰ সপক্ষে যুক্তি কি জানিবলৈ বিচাৰে। কৌতূহল বোধ কৰে।

তেওঁ মাতিলে—"লাতু।"

দেউতাকৰ মাত শুনি আনন্দত উধাতু খাই লাতু ৰান্ধনীঘৰৰ-পৰা ওলাই আহিল।

"পৰিবা, পৰিবা। বাৰাণ্ডাখন পিছল হৈ আছে।" উদ্বেগৰ মাজতো তেওঁ অলপ কঠিন হবলৈ চেষ্টা কৰিলে।



"ৰান্ধনীঘৰত কি কৰি আছা ? গধূলি কিতাপ পঢ়িব নালাগে ?"

"অকলে ভয় লাগে। মাৰ কোঠাত লাইট জ্বলাব নিদিয়ে। পঢ়া-কোঠাত অকলে ভয় লাগে।" উপায় নাই। নন্দেশ্বৰৰো উপায় নাই। ভাত হোৱাত পলম হলে লাতুৰ টোপনি ধৰে। টোপনি ধৰিলে খাওঁতে বৰ জুলুম কৰে।

পবিত্র দত্তই সাধাৰণতে গধূলি ঘৰৰপৰা নোলাইছিল। ক'ৰবাত ফুৰিবলৈ গলেও লাতুক লগত লৈ গৈছিল। আগতে ঘৰুৱা শিক্ষক এজন ৰাখি দিছিল। এদিনা লাতুক বাক্য এটা ইংৰাজীত অনুবাদ কৰিবলৈ দি তেওঁৰ মূৰটো গৰম হৈ গ'ল। লাতুই কোনোমতে তাৰ ভুল হৈছে বুলি মানি লব নোখোজে। ওলোটা তর্ক কৰাৰ চেষ্টা কৰে।

"তুমি একো নাজানা। ঘৰৰ চাৰে কৈছে এনেকুৱা হব।"

"নহব। চাৰে বা কি কৈছে, তুমিয়ে বা কি শুনিছা।"

"ইঃ। তুমি কলেই হ'ল ? চাৰে নিজেই লিখি দিছে মোক।"

"চাওঁ, কি লিখি দিছে।"

ঠিকেই। সাংঘাতিক কথা। দত্ত আতঙ্কিত হৈ উঠিল। লাতুৰ বদ্ধমূল ধাৰণা—চাৰে যিটো কৈছে সেইটোহে শুদ্ধ। শেষ পর্য্যন্ত গণ্ডগোলৰ হাত সাৰিবৰ কাৰণেহে দেউকাতৰ কথাখিনি মানি ললে।

গধূলি দত্তই নিজে লাতুৰ কাষত বহি নিজেও পঢ়াশুনা কৰে। হঠাতে তেওঁ চঁক খাই উঠিল।

"পিতা, ৰজস্বলা মানে কি ?"

"কি মানে কি ?"

"ৰজস্বলা মানে কি ?

"কিয় লাগিছে তোমাক ? ক'ৰপৰা শুনিছা ?"

"এইয়া, বুৰঞ্জীৰ কিতাপত আছে।"

"চাওঁ, ক'ত আছে।"

ঠিকেই। কিতাপত লিখা আছে, "ৰজস্বলা অৱস্থাতে পৃথিৱী

দেৱীৰ গৰ্ভত বিষ্ণুৰ ঔৰষত নৰকাসুৰৰ জন্ম হয়।" দত্তই বিচুতি খাই সুধিলে—"এইখন কিতাপ তোমালোকক লাগে নেকি ?"

"লাগেতো"

দত্তই পাত লুটিয়াই চালে। অসমৰ মহামান্য শিক্ষা ডিৰেক্টৰ বাহাদুৰৰদ্বাৰা অনুমোদিত নতুন কেৰিকুলাম অনুযায়ী, মজলীয়া, উচ্চ-মাধ্যমিক স্কুল আৰু মাদ্ৰাচাৰ চতুৰ্থ, পঞ্চম আৰু ষষ্ঠ শ্ৰেণীৰ পাঠ্যপুথি।

লাতুই আকৌ সুধিলে—"মানে কি পিতা ?"

"এই, এক ধৰণৰ অসুখ।"

"কি অসুখ ?"

"এই, তিৰোতা মানুহৰ একধৰণৰ অসুখ।"

দত্তই ভীষণ অস্বস্তি বোধ কৰিলে। ইয়াৰ পিছত ঔৰষৰ অৰ্থ সুধিলে কি ধৰণে চম্ভালিব ? ভয়তে লৰালৰিকৈ তেওঁ কলে—"অঙ্ক তোমালোকৰ কি হৈছে চাওঁ, অঙ্ক।" কিন্তু শিশু, বিশেষকৈ কৈশোৰৰ দুৱাৰডলিত ভৰি দিবলৈ ওলোৱা ল'ৰা এজনৰ অনুসন্ধিৎসু মন জানো ইমান সহজতে শান্ত হব ?

লাতুই শৈশৱকাল পাৰ হৈ কৈশোৰৰ দুৱাৰডলিত ভৰি দিছে। হয়তো বহু কথাই অস্পষ্টভাৱে জানে। দত্তই নাজানে যে সি কিমানখিনি জানে। অতি সৰলভাৱে ক'ৰবাত শুনি অহা দুই-এটা অশ্লীল শব্দৰ অৰ্থ আগৰ দৰে আজিকালি সি দেউতাকক নোসোধে। ডাঙৰৰ আলোচনী এখনৰ গল্প এটা পঢ়ি থকা অৱস্থাত কোনোবাই দেখিলে পাতখিলা লুটিয়াই দিয়ে। নাৰী আৰু পুৰুষৰ মাজত থকা বিশেষ সম্বন্ধ সম্বন্ধে তাৰ অস্পষ্ট ধাৰণা এটাও হৈছে। এই সম্বন্ধটো তাৰ জনা আনবোৰ সম্বন্ধৰ দৰে নহয়। বেলেগ। কিন্তু কি ধৰণৰ বেলেগ ঠিক ধৰিব পৰা নাই।

কিছুদিন আগেতেও এদিনা সুধিছিল—"পাহাৰৰ ওপৰত পৰি থকা নেপালীৰ খালী ঘৰ এটা আছে। জানা পিতা ? আজি দুপৰীয়া টিফিনৰ সময়ত আমি দেখিছিলো এজন কোনোবা ল'ৰাই ছোৱালী



এজনীৰ সৈতে সেইটো ঘৰত সোমাইছিল। স্কুলৰ ল'ৰাবোৰে সকলোৱে চাই আছিল। হৰেশ্বৰে কৈছে সিহঁতে বেয়া কাম কৰাৰ কাৰণে ঘৰটোত সোমাইছিল। কি বেয়া কাম পিতা ?"

আজিকালি লাতুই এই ধৰণৰ প্ৰশ্ন নকৰে। অৰ্থাৎ অধিকতৰ সতৰ্ক হৈছে। এইবোৰ প্ৰশ্ন সুধিব নাপায় বুলি বুজি পোৱা হৈছে। জ্ঞানৰ পৰিধি কিমান ধৰা টান। যৌন বিষয়ক এটা খুব অস্পষ্ট ধাৰণা হৈছে। কামটো যে বেয়া সেই ধাৰণাও মনত শিপাইছে। গতিকে দেউতাকৰ গতিবিধিৰ ওপৰতো সতৰ্ক দৃষ্টি ৰাখে। গধূলি পলমকৈ ঘৰলৈ আহিলে কৈফিয়ৎ তলব কৰে।

"ক'ৰপৰা আহিলা ? ক'লৈ গৈছিলা ?" নমিতা মাহীৰ ঘৰলৈ যে যোৱা নাই এই কথাষাৰ জানি আশ্বস্ত হব বিচাৰে।

লাতুই অঙ্ক কৰি আছিল। দত্তই কাষতে বহি আলোচনীৰ পাত লুটিয়াই আছিল। হঠাতে লাতুই কলে—

"জীবুক স্কুলৰ সকলোৱে জোকায়। জানা ?"

"নাজানো। কিয় ?"

"জীবুৰ দেউতাক বেয়া মানুহ।"

"কি বেয়া মানুহ ?"

"ছোৱালীবোৰক গাড়ীত লৈ ফুৰে।"

দত্তই ধমকৰ সুৰত কলে—"কি হ'ল তাতে ?"

"তুমি একো নাজানা। ছোৱালী লগত লৈ ফুৰা বেয়া কথা।"

"কি বেয়া কথা ? মই তোমাৰ মাৰাক লৈ নুফুৰোঁ ?"

"সেইটোতো বেলেগ কথা। মা-তো নিজৰ মানুহ।"

মহা জুলুম। বৰ বেছি ঘাটাঘাটিও কৰিব নোৱাৰি এইবোৰ কথা লৈ।

কিছু সময় মনে মনে অঙ্ক কৰি থাকি লাতুই হঠাতে আকৌ কলে—"পিতা, তুমিও নমিতা মাহীৰ ঘৰলৈ বৰকৈ নাযাবা দেই। তোমাকো সকলোৱে বেয়া মানুহ বুলি কব।"

দত্ত উচাপ খাই উঠিল। লাতুৰ ফালে চালে। সি আকৌ নিবিষ্টমনে অঙ্ক কৰাত লাগি গৈছে। দত্তই অতিশয় অস্বস্তি বোধ কৰিলে। লাতুক কিবা কবলৈ গৈও কি কব স্থিৰ কৰিব নোৱাৰি চিগাৰেট এটা জ্বলাই হুপিবলৈ ধৰিলে।

অসম্ভৱ। অৱশ্যম্ভাৱী পৰিণতিক প্ৰতিৰোধ কৰাৰ শক্তি কাৰো নাই। পৃথিৱীত কিছুমান ঘটনা ঘটে। কাৰো সক্ৰিয় প্ৰচেষ্টাৰ প্ৰয়োজন নাই। ৰমলাৰ সম্বন্ধীয়া ভনীয়েক নমিতা চৌধুৰী। কুটিৰ শিল্পৰ বিষয়াৰ কাম লৈ আহি চহৰতে আছে। চৰকাৰী বাসভৱনত অকলে থাকে। ধুনীয়া, সপ্ৰতিভ আৰু মাৰ্জিত ৰুচিসম্পন্ন। খুলশালী হিচাপে ধেমেলীয়া সুৰত কথা কৈ দত্তই সম্বন্ধটো আৰু সহজ কৰি লৈছে। নমিতাই নিজেই ঠিক কৰি লব নে দত্তইঁতে দৰা বিচাৰিব কথাষাৰ দত্তই জানিবলৈ বিচাৰে। মুঠতে আৰু পলম কৰা উচিত নহয়। ৰমলাৰ গা প্ৰায়েই বেয়া। প্ৰথমতে দুই-এদিন সামাজিক দায়িত্ববোধৰপৰা দত্তই লাতুক লগত লৈ খা-খবৰ কৰিবলৈ গৈছিল। পিছত ঘনাই যাবলৈ আৰম্ভ কৰিলে। মিছাকৈ সদায় লাতুক টানি লৈ যোৱাৰ প্ৰয়োজন নাই বুলি বোধ হ'ল। কলেজৰপৰা আহোঁতে নমিতা চৌধুৰীৰ ঘৰ বাটতে পৰে। আহোঁতেই খবৰ কৰি অহাটোও সুবিধাজনক। কিন্তু এই ঘনিষ্ঠতাৰ পৰিণতি সম্বন্ধে তেওঁ নিজেও প্ৰস্তুত নাছিল।

"লাতু ক'ত ?"

"ফুৰিবলৈ গৈছে।"

"ক'লৈ গৈছে ?"

"গৈছে ক'ৰবাত লগৰ ল'ৰাৰ লগত।"

"এনেকৈ যাব দিয়া কিয় ?"

"যাব নিদি কি কৰিব লাগে ? বান্ধি থলেহে হব।"

"এন্ধাৰ হৈ গৈছে। ইমান ৰাতিলৈ কিয় ফুৰিব লাগে ?"

চৰ এটা শোধাবৰ মতলব নাছিল। অমলৰ লগত ফুৰিবলৈ যোৱা



বুলি শুনি মুখটো গৰম হৈ গ'ল। অমলক চিগাৰেট খোৱা দত্তই নিজে দেখিছে।

"অমলৰ লগত ইমান ৰাতিলৈ কিয় ফুৰিছা ?"

"কি হ'ল ? অমল বেয়া ল'ৰা নেকি ?"

প্ৰত্যাহ্বানৰ ভঙ্গীত কোৱা লাতুৰ প্ৰশ্নটো শুনি দত্তৰ মুখটো গৰম হৈ গ'ল।

লাতু হতবুদ্ধি হৈ গ'ল। কান্দিবলৈও পাহৰি গ'ল। তাৰ ভৰিৰ তলৰ মাটিখিনি হঠাতে যেন নোহোৱা হৈ গ'ল। তাৰ জীৱনৰ এইটো হ'ল এটা বিশেষ মুহূৰ্ত। এই মুহূৰ্তটোত সি তাৰ দেউতাকৰ বিচাৰ-বুদ্ধিৰ ওপৰত আস্থা হেৰুৱাই পেলালে। লাতুই বুজি পালে যে তেওঁ হ'ল আচলতে এজন স্বেচ্ছাচাৰী মানুহ। কাৰো কোনো মতামতক প্ৰশ্ৰয় দিয়াৰ প্ৰয়োজন বোধ নকৰে।

দত্তৰ মনটো বেয়া লাগি গ'ল। লাতুৰ লগত মিটমাট কৰিবলৈ তেওঁ ব্যস্ত হৈ উঠিল। কিন্তু তেৰোঁ অসহায় বোধ কৰিলে। কোন-ফালে কেনেকৈ আগবাঢিব তেওঁ আজি ঠিক কৰিব নোৱাৰিলে। কিবা এটা দিম বুলি প্ৰতিশ্ৰুতি দিয়াটো এই পৰিস্থিতিত বৰ নিষ্ঠুৰ বুলি তেওঁৰ ধাৰণা হ'ল। লাতুৰ কাৰণে অতি অসম্মানজনক। এনেকুৱা ভঙ্গী এটাৰ কৃত্ৰিমতাখিনি বুজি পোৱাৰ জোখাৰে লাতুৰ যথেষ্ট বুদ্ধি আছে।

"কান্দিছা নেকি ?"

ডাঙৰ চকুদুটা তুলি লাতুই তেওঁৰ ফালে বিহ্বলভাৱে চালে। তাৰ চকুত পানী নাই। কিন্তু কন্দা হলেই ভাল আছিল। তেতিয়া হলে দত্তই ইটো সিটো কৈ তাক সান্ত্বনা দিব পাৰিলেহয়।

লাতুৰ মঙ্গল বিচাৰি দত্তই লাতুক মাৰিছে নে ? গধূলি ল'ৰাজন ঘৰলৈ উভতি অহা নাই দেখি তেওঁ ওলাই যাবলৈ টান পাইছিল। সেই কাৰণেহে তেওঁ ক্ৰুদ্ধ হৈ উঠিছিল।

লাতুৰ চকুৰ হতাশ দৃষ্টিয়ে তেওঁক অস্থিৰ কৰি তুলিলে। তেওঁ

সহজাত প্ৰেৰণাৰে বুজি পালে যে পিতৃ হিচাপে লাতুৰ লগত তেওঁৰ সম্বন্ধ আকৌ প্ৰতিষ্ঠা কৰিবই লাগিব। আৰু এতিয়াই।

লাতু একেথৰে থিয় হৈ আছে। এখন ভৰি দুৱাৰৰ ভিতৰফালে, এখন ভৰি বাহিৰতেই। সেই একেটা ভঙ্গীৰে। বাঁওহাতেৰে যেনেকৈ কিতাপ এখন খামোচ মাৰি ধৰি আছিল তেনেকৈয়ে ধৰি আছে। জীৱনৰ যেন অধ্যায় এটা শেষ হৈছে। নতুন অধ্যায়টো কেনেকৈ আৰম্ভ কৰিব ঠিক যেন ধৰিব পৰা নাই।

লাতুক চৰটো শোধাই দত্তৰ খুব বেয়া লাগিছে। পিচে তেওঁৰ মনটো তীব্ৰ আবেগিক উত্তেজনাত উত্তেজিত হৈ আছিল। তেওঁ নমিতা চৌধুৰীৰ তালৈ যোৱাৰ কাৰণে ব্যস্ত হৈ আছিল। গধূলিতে নমিতাক লগ পাবৰ কথা আছিল। আৰু তেওঁ জানিছিল এই লগ-ধৰাটো আছিল সম্পূৰ্ণ ভিন্ন প্ৰকৃতিৰ। চেহেৰাই বেলেগ। বহুতো বেছি গুৰুত্বপূৰ্ণ, বহুতো বেছি ইপ্সিত। তেওঁৰ দেহ আৰু মন তীব্ৰ প্ৰতীক্ষাত অধীৰ হৈ আছিল। নমিতাৰ চাৰিওফালৰ প্ৰতিৰোধৰ দেৱালবোৰ দুৰ্বল হৈ আহিব ধৰিছে। আজন্মৰ সংস্কাৰক খামোচ মাৰি ধৰা মুঠি শিথিল হৈ আহিছে। অসহায়ভাৱে নিৰ্দেশ বিচাৰি তেওঁ যেন দত্তৰ ফালেই চাই আছে।

"না, না, না।"

দত্তক দুহাতেৰে সাবটি ধৰিয়েই নমিতাই কাতৰভাৱে মূৰ জোকাৰে।

"না, না, না।"

সংস্কাৰ, সংস্কাৰ, সংস্কাৰ। দত্তই পুনৰাবৃত্তি কৰি গৈ থাকে। নমিতাৰ মস্তিষ্কৰ কোষবোৰত ক্ৰমাগত আঘাত কৰি যায়। যদি জটিলতাৰ সৃষ্টি কৰা নহয় তেনেহলে দৈহিক সম্বন্ধত দোষ কি? দত্তই কথাবোৰ হয়তো ইমান স্থূলভাৱে নকয় কিন্তু কথাৰ মূল অৰ্থখিনি নমিতাৰ পক্ষে ধৰিব নোৱাৰাৰ কাৰণ নাই। ৰমলা? অ' হয় ৰমলা। অসুস্থ ৰমলাৰ কথা লৈ মূৰ ঘমোৱাটোও ভাৱাবেগৰ কথা নহয় জানো? ৰোগীয়ে মূৰৰ বিৰত বিচনাত শুই আছে।



তাইক টানি অনাৰ এই অসুস্থ প্ৰয়াস কিয়? দুয়োৰে বয়স হৈছে। দুয়োৰেই যথেষ্ট বিবেচনা শক্তি আছে। দত্তই যি কৈছে, যথেষ্ট ভাবি-চিন্তি কৈছে। জোৰ-জুলুমৰ প্ৰশ্ন নাই। পগলা নেকি? নমিতাৰ আপত্তি থাকিব পাৰে। নিশ্চয় পাৰে। কিন্তু প্ৰশ্ন হ'ল—আপত্তি থাকিব কিয়?

দত্তৰ ঘনিষ্ঠ সান্নিধ্যত থাকি দত্তৰ বাহুবন্ধনত আবদ্ধ অৱস্থাত দত্তৰ কথা শুনি নমিতাৰ দৃষ্টি আচ্ছন্ন হৈ আহে। অসহায়ভাৱে দত্তৰ ফালে চাই তেওঁ দুৰ্বলভাৱে মূৰ জোকাৰে।

"তেনেহলে কথা ফাইনাল। আহিম, কালিলৈ?"

"আহিব। সদায়েতো আহে।"

"নহয়। মানে প্ৰস্তুত হৈ আহিম।"

"কব নোৱাৰোঁ। মই একো নাজানো।"

"তোমাৰ একো জনাৰ দৰকাৰ নাই নহয়। ঠিক আছে। কালিলৈ বন্ধ আছে। গধূলি আহিম।"

আজিয়েই আছিল সেই বিশেষ দিন। সেই বিশেষ গধূলি। লাতুই একেধৰণে শিলৰ মূৰ্তিৰ দৰে থিয় হৈ আছে। এখন ভৰি ভিতৰৰ ফালে, এখন বাহিৰত। বাঁওহাতেৰে খামুচি ধৰি থকা কিতাপখন তেনেকৈয়ে ধৰি আছে। দত্তই সহজাত প্ৰেৰণাত বুজি পালে যে এতিয়া যদি তেওঁ লাতুক এৰি গুচি যায় তেনেহলে জীৱনত আৰু কেতিয়াও তেওঁ লাতুৰ কাষ চাপি আহিব নোৱাৰে। এই বিচ্ছেদ হব চূড়ান্ত। দত্তৰ নিজকে বৰ অসহায় আৰু দুৰ্বল যেন লাগিল।

এই প্ৰথম দত্তই লাতুৰ গাত হাত দিছে। লাতুৰ মঙ্গলৰ কাৰণে নিশ্চয় নহয়। নিজৰ অধৈৰ্য্যতাক প্ৰকাশ কৰিছে মাত্ৰ।

লাতুৰ এই অসহায় চেহাৰাৰ ফালে চাই দত্তৰ নিজেকে বৰ স্বাৰ্থপৰ আৰু সৰু বুলি অনুভৱ হ'ল। নমিতা চৌধুৰীক দিয়া যুক্তি-বোৰ ফোপোলা বুলি বোধ হ'ল। অতিশয় টেঙৰ মানুহ এজনৰ সুবিধাবাদী যুক্তি। দত্তৰ কাণদুখন ৰঙা হৈ উঠিল। বাহিৰত ৰহণ

মানিলেও প্ৰতিটো যুক্তিৰ ভিতৰখন অতিশয় কদৰ্য্য। আঁচোৰ এটা মাৰি দিলে ক্লেদ আৰু পূঁজ ওলাই আহিব।

অসম্ভৱ। লাতুক এটা শিলাস্তূপত পৰিণত কৰি তুৱাৰমুখত এৰি থৈ তেওঁ ক'তো যাব নোৱাৰে। দত্তই মৰমেৰে লাতুৰ হাতত ধৰি টানিলে। লাতুই তৎক্ষণাৎ তেওঁৰ বুকুত মুখখন গোজা মাৰি দি উচুপি কান্দিবলৈ ধৰিলে।

দত্তৰ বুকুখন টনটনাই উঠিল। মৰমেৰে জোকালে।

"এইয়া। ইমান ডাঙৰ ল'ৰাক এনেকৈ কন্দা দেখিলে মানুহে কি কব? চাওঁ, মুখখন চাওঁ।" লাতুই গাৰ বলেৰে মুখখন গোজা-মাৰি থাকিল।

দত্তই সস্নেহ ভৰ্ৎসনা কৰিলে—"খালা, খালা, কামিজটো গোটেই খালা।"

লাতুই তেওঁৰপৰা আস্থা বিচাৰে, প্ৰত্যয় বিচাৰে। নাই, তেওঁ তাক বিমুখ কৰিব নোৱাৰে।

"নিয়া। সোনকালে ওলোৱা তুমিও।"

"ক'লৈ?"

"কিতাপৰ দোকানত যাব লগা আছিল।"

লাতু যে ডাঙৰ হৈছে সেইকথা আকৌ পাহৰি গৈছে। ডাঙৰ হোৱা বুলি প্ৰমাণ কৰিবৰ চেষ্টা কৰিবলৈও পাহৰি গৈছে। দত্তই নিজে একৰকম তাক পিন্ধাই দিলে।

"ব'লা।"

"ৰ'বা, মুখখন ভালকৈ ধুই লওঁ।"

"আৰু কিয়?"

"চকুপানী দেখিলে মানুহে কি কব? তুমিও যে হৈছা।"

আজিকালি একেলগে ফুৰিবলৈ যাওঁতে লাতুই দেউতাকৰ হাতত নধৰে। আজি অজ্ঞাতসাৰে আকৌ হাতত ধৰি খোজ লৈছে। দেউতাকৰ হাতত ধৰি আকৌ তাৰ আস্থা ফিৰি আহিছে। অলপ



আগতে ঘটা ঘটনাৰ কথা এটা দুঃস্বপ্নৰ দৰে ইতিমধ্যে তাৰ মনৰপৰা আঁতৰি গৈছে।

দত্তই পিছে পাহৰা নাই। অন্তহীন মৰমৰ বোজা এটাই তেওঁৰ বুকুখনক হেচাঁ মাৰি ধৰি আছে।

হঠাত লাতুই উচ্ছ্বাসত চিঞৰি উঠিল।

"পিতা, চোৱা, চোৱা। সেইয়া নাচনী তৰা। সেইয়া, সেইটো।" দক্ষিণ আকাশত তৰা এটাই তিৰ্ বিৰ্ কৈ নাচি আছে। পোহৰৰ ৰঙো যেন ঘনে ঘনে সলনি হৈ আছে।

আজি তেওঁ নহয়, লাতুইহে যেন হাতত ধৰি দত্তক নিৰ্ভুল বাটেৰে লৈ গৈ আছে। দত্তই লাতুৰ হাতখন আৰু দৃঢ়ভাৱে ধৰি থাকিল।

---

## ॥ আকাশী গঙ্গা ॥

চাৰুৰ মনোহাৰী দোকানখন হ'ল আমাৰ আড্ডাখানা। তাৰ দেউতাকৰ ডাঙৰ দোকান আছিল। চাৰি-পাঁচজন মানুহে দোকানত কাম কৰিছিল। বৰ্তমানে দোকানৰ অৱস্থা নাই। বজাৰৰ এফলীয়াকৈ চাৰুৰ দেউতাকে বন্ধা ঘৰটো আছে কাৰণে দোকানখনো আছে। নামতহে দোকান। বস্তু-বাহানি একো নাই। দোকানৰ মালিক কৰ্মচাৰী চাৰু নিজেই। আচলতে এইখনক দোকান নুবুলি আড্ডা-খানাহে বুলিব পাৰি। চাৰুৰো অইন গতি নাই কাৰণে দোকানখন ৰাখি থৈছে। দুটা চিলাইকল আছে। দুজন মানুহে দোকানৰ বাৰাণ্ডাত বহি দৰ্জী কাম কৰে। তাৰে অলপ পইচা পায়। গাঁৰুৰ ওৱাৰ, লেপৰ ওৱাৰ এইবোৰ চিলাই কৰাৰ কাৰণে সি নিজেও কেতিয়াবা বহি যায়।

মই, উমাকান্ত, জগদীশ, হৰেন, গোবিন্দ, আমি আটাইকেইটা ভদ্ৰঘৰৰ ল'ৰা। আগতে আমাৰ ঘৰৰ অৱস্থা ভালেই আছিল। দেউতাহঁতৰ মধুপুৰত মান-সন্মান, প্ৰতাপ-প্ৰতিপত্তি সকলোখিনিয়েই আছিল। মন্থৰ গতিৰে আমি এটা নিৰ্দিষ্ট ধাৰাত চলি আছিলোঁ। পৰিবৰ্তনশীল জগতৰ লগত খাপ খুৱাই লোৱাৰ জোখাৰে আমাৰ যথেষ্ট ক্ষিপ্ৰতা নাছিল। পুৰুষানুক্ৰমে সঙ্গতি জড়তাই আমাক হেঁচা মাৰি ধৰি থাকিল। আমি পিচ পৰি গলোঁ, হাৰি গলো। লিখা-পঢ়াও নিশিকিলোঁ, অৰ্থসঙ্গতিও নোহোৱা হ'ল। ইফালে মান-অপমান বোধ আমাৰ অতি তীক্ষ্ণ। আমি প্ৰত্যেকেই ভদ্ৰঘৰৰ ল'ৰা। সৰু-সুৰা সাধাৰণ কাম কৰি পইচা ঘটাটো আমাৰ কাৰণে লাজৰ কথা।

আমাৰ লগৰ অৰুণ শৰ্মা চকুৰ আগতেই গুণ্ডা-পকেটমাৰ হৈ পৰিল। ট্ৰেনত মানুহৰ বস্তু সৰকাওঁতে ধৰা পৰিল। মোকৰ্দমা চলি আছে। অৰুণৰ দেউতাক তাৰিণী স্মৃতিৰত্ন এই গোটেই অঞ্চলৰ ভিতৰত নাম থকা পণ্ডিত আছিল। দেশ-বিদেশৰ মানুহে তেওঁক শ্ৰদ্ধা-ভক্তি কৰিছিল। আমি সৰু হৈ থাকোঁতেই দেখিছিলোঁ। ঋষিতুল্য মানুহ।

কিন্তু জীয়াই থাকিব লাগিব—এইটোৱে হ'ল ডাঙৰ কথা। উমাকান্তই আলি-মহৰাৰ কাম ললে। প্ৰথমতে অলপ লাজ লাজ ভাব আছিল। বাটত কাম চাই ফুৰোঁতে আমাক দেখিলে ওলোটাফালে মুখ ঘূৰাই লৈছিল। আজিকালি বেছ গৰ্ব কৰি কয়—"মোক তেনেকুৱা বুৰ্বক বুলি নাভাবিবিচোন। ৰাস্তাত পিচ্ দিয়া কাম চলি আছে। গৰম পিচ্ ঢালি পোৱা-ইঞ্চিৰ পৰা আধা-ইঞ্চি চাইজৰ শিলগুটি দি ৰোলাৰ চলাব লাগে। ঠিকাদাৰে যি ইচ্ছা তাকে কৰি আছে। শিলগুটিৰ চাইজৰ কোনো মা-বাপ নাই, ধুলি-মাকতিয়ে ভৰ্তি। কি হব? দুদিন পিচতে বখলা-বখলে পিচ্ উঠি যাব। দিলোঁ কাম বন্ধ কৰি। হুলস্থুল লাগি পৰিল। হাততে ধৰিব নে ভৰিতেই ধৰিব ঠিক নাই। কলোঁ—"ঠিক আছে, মচলা এৰা। এনেয়ে হব? হেঃ হেঃ হেঃ।"



গোবিন্দই আলুৰ কাৰবাৰ কৰে। অৰ্থাৎ বজাৰত বহি আলু বিক্ৰী কৰে। আগতে কুলি লগাই মাৰোৱাৰীৰ দোকানৰপৰা আলুৰ বস্তা অনাইছিল। আজিকালি নিজেই টনা-আঁজোৰাকৈ লৈ আহে। মিছাতে কুলিক পইচা দিয়াৰ কি দৰকাৰ? এইখিনিতো দূৰত্ব!

হৰেনে একো উপায় নাপাই কণ্ডাক্টৰৰ কাম ললে। প্ৰথম প্ৰথম আমি বাছত উঠিলে সঙ্কুচিত হৈ পৰিছিল। প্ৰাণ খুলি চিঞৰ-বাখৰ কৰিব নোৱাৰিছিল। আজিকালি টেৰেলিনৰ পেণ্ট পিন্ধে। বাছ বন্ধ থাকিলে আড্ডালৈ আহে। য'লৈকে যায় লগতে এটা ট্ৰেন্‌জিচ্‌টৰ ৰেডিঅ' লৈ ফুৰে। আড্ডাত চাহ খোৱাৰ কাৰণে নিৰ্বিকাৰভাৱে পইচা বাহিৰ কৰি দিয়ে। চিগাৰেটৰ ধোঁৱা উৰুৱাই কয়—"বুজিছ নে? যোগেন মাষ্টৰে চল্লিশটা টকা ধাৰলৈ লৈছে, দিয়াৰ নাম নাই। পিছে দিব ক'ৰপৰা? জানো নহয়, যিখিনি পইচা পায় খাবলৈ নাটে। ঘূৰাই পোৱাৰ আশা এৰি দিছোঁ।"

মই জগৎমলৰ ইটাৰ ভাতীত হাজিৰা-মহৰী কাম কৰোঁ। মালিকৰ গুৰি-গোষ্ঠীৰ খবৰ ৰখাৰ মোৰ একো দৰকাৰ নাই। মিছা কথাতে মোক যা-তা গালাগালি কৰে; দেউতাকো বাদ নিদিয়ে। কাৰোবাক পইচা দিব লাগিলে পইচা মোৰ দেউতাৰ নেকি সেই প্ৰশ্ন তোলে। আগতে বৰ বেয়া লাগিছিল। আজিকালি গালিবোৰ কিবা কাণতে নোসোমায়। মই অৰুণ্যে চাৰুৰ দোকানত বহি কওঁ—"বুজিছ নে? মহা জুলুম। এই জগৎমলটো যে হৈছে! ইটাৰ ভাতীৰ দায়িত্ব গোটেইখিনি মোৰ ওপৰতে জাপি দি নিশ্চিন্ত মনে বহি আছে। বোলে —বাবুজী, আপ হ্যয় তো হামাৰা কুছ্ চিন্তা নেহি হ্যয়। চাচোন চা।"

জগদীশে সাগৰমলৰ গাদীত বহি ইন্‌কাম টেক্সৰ খাতা লিখে। আচল হিচাপৰ সি একো ভু নাপায়। সাগৰমলে যেনেকৈ শিকাই দিয়ে তেনেকৈ লিখি যায় মাত্ৰ।...

আবেলি চাৰুৰ দোকানত আড্ডা জমি উঠিছে। মধুপুৰত ওপৰা-উপৰিকৈ কেইবাখনো বিয়া হৈ গ'ল।

চাৰুৱে গম্ভীৰভাৱে মন্তব্য কৰিলে—"দেশত জনসংখ্যা বাঢ়ি আহিছে আৰু ইফালে চাচোন বিয়াৰ ধুম পৰিছে। আইন কৰি বিয়া-বাৰু একদম বন্ধ কৰি দিব লাগে।"

জগদীশৰ কেইবাজনীও ভনীয়েক আছে। বেচেৰাই বিয়া দিয়াৰ চেষ্টাত হাবাথুৰি খাই আছে। সি তৎক্ষণাৎ প্ৰতিবাদ কৰিলে—"ভাল কথা কৈছ। ছোৱালীবোৰক বিয়া নিদি ঘৰত বহুৱাই থলে ভাল হব; নহয়? যিমান সোনকালে পৰা যায় ছোৱালীৰ বিয়া দি দিব লাগে।"

চাৰু তৎক্ষণাৎ ৰাজী। "বাৰু ঠিক আছে। ছোৱালীৰ বিয়াৰ অনুমতি দিয়া হব, ল'ৰাৰ বিয়া কিন্তু একদম বন্ধ।"

হঠাতে উমাকান্তই ওস্তাদি সুৰত গান আৰম্ভ কৰি দিলে—"নীল শাড়ী নিঙাৰিয়া শ্ৰীম-তী চলে?"

হৰেনেও গাদীত তবলাৰ বোল মাৰি গানটোক টানি ললে—"এ-এ···চলে, শ্ৰীম···তী চলে।"

কি হ'ল? ডিঙি মেলি চালোঁ—গাঢ় নীলা ৰঙৰ চিক্কৰ শাৰী এখন পিন্ধি মীনা দাস দোকানৰ সম্মুখৰ বাটেৰে গৈ আছে। গান শুনি ইফালে-সিফালে নোচোৱাকৈ চিধা সম্মুখৰ ফালে দৃষ্টি ৰাখি দোকানৰ সম্মুখখিনি তাই পাৰ হৈ গ'ল। মীনা চহৰৰে কেশৱ দাসৰ ছোৱালী। সকলোৱেই জানো। দীঘল গঢ়ন, ৰঙচুৱা বৰণ, ধুনীয়া চেহেৰা। চলন-ফুৰণ সপ্ৰতিভ।

উমাকান্তই সুধিলে, "আলি-মহৰীৰ ছোৱালীয়ে সদায় নতুন নতুন চিক্কৰ কাপোৰ পিন্ধিবলৈ ক'ত পায়হে?" জগদীশে কলে, "কালি দেখিলোঁ হাতত এটা ভেনিটি বেগ, চকুত ক'লা চচ্‌মা।" হৰেনে সুধিলে, "এতিয়া হেনো সাগৰমলৰ ল'ৰা নাগৰমলক লম্ভিছে; হয় নেকি অ'?"

উমাকান্তই হৰেনৰ মূৰত এটা 'থাপ্পৰ' লগাই দিলে, "যা, যা তই নাজান? সুধিছ কিয়?"

গোবিন্দই মাত লগালে, "আচ্ছা বাৰু, আমি চহৰত ইমানবোৰ ডেকা ল'ৰা থাকোঁতে মাৰোৱাৰীক নো লম্ভিব লাগিছে কিয়?"



উমাকান্তই ভেকাহি মাৰি উঠিল—"হুঃ। কথা কবলৈ আহিছ। তোৰ কিমান টকা আছে অ'? ধাৰ কৰি বিৰি হুপি থাক আৰু কথা কবলৈ আহিছ। পাৰিবি তই দিনক-দিনে নতুন নতুন ডেক্ৰন-টেৰিলিনৰ কাপোৰ দিব?"

কিছুদিনবপৰা আলি-মহৰী কেশৱ দাসৰ ছোৱালী মীনাৰ অধঃপতনৰ কাহিনী লৈ মধুপুৰত বেছ উত্তেজনা চলি আছে। কিবাকৈ কাৰোবাৰ দুষ্কৃতিৰ খবৰ এটা খুঁচৰি বাহিৰ কৰিব পাৰিলেহে আমাৰ মন্থৰ জীৱনত কিছু চাঞ্চল্যৰ সঞ্চাৰ হয়। গোটেই চহৰৰ বতাহতে ভেন্‌ভেননি। ইজনে সিজনক সোধে—"শুনিছা?" সিজনে ইজনক সোধে—"শুনিছা?" লোকৰ ঘৰত, দোকান-বজাৰত, যুৱক সঙ্ঘৰ ক্লাবত, সকলোতে একে ধৰণৰ অস্বাভাৱিক উত্তেজনা, একেটাই কথা।

কেশৱ দাসৰ পিতাক মণিৰাম দাস আছিল একালত মধুপুৰৰ আটাইতকৈ অৱস্থাপন্ন মানুহ। মাজ-বয়সত মদ খাবলৈ আৰম্ভ কৰি মানুহজনে সকলো উৰুৱাই দিলে। অখণ্ড প্ৰতাপ আছিল তেওঁৰ মধুপুৰত। ভক্তবিলাকৰ মতে তেওঁ আছিল উচিত বক্তা। আচলতে অত্যন্ত দুৰ্মুখ বুলি সকলোৱে তেওঁক ভয় কৰি চলিছিল। মণিৰাম দাসৰ ল'ৰা কেশৱ দাসকো তেওঁৰ ল'ৰালিকালৰপৰাই মধুপুৰৰ মানুহে খাতিৰ কৰি চলিছিল। ক'ত কি জগৰ লাগে কি ঠিক?

মণিৰাম দাসে কেশৱ দাসক সৰুতে বিয়া কৰাই দিছিল। লিখা-পঢ়া সিমান কৰা নাই। দৰকাৰো বোধ কৰা নাছিল। পিতাকৰ মৃত্যুৰ পিচত অৱস্থা চৰম পালেগৈ। টকা-পইচা একোতো নায়েই, চাৰিওপিনে অজস্ৰ ধাৰ। মাটি-বাৰী গ'ল, পিচলৈ খাবলৈ নোপোৱা অৱস্থা। উপায় নাপাই শেষ পৰ্য্যন্ত কিবা কৰি লোকেল বোৰ্ডৰ আলি-মহৰীৰ কাম এটাকে ললে। সেই যে এটা লাজ আৰু অপমান বোধৰ ভাব মনত সোমাল, সেইটো আৰু কেতিয়াও কাটি নগ'ল। চেয়াৰমেন, ইঞ্জিনীয়াৰ, ওভাৰচিয়াৰ সকলোৰে ডাবি-ধমক খাই খাই মানুহজন কিবা ভেবা লাগি গ'ল। সদায় এটা সঙ্কোচৰ ভাব লৈ

থাকে। চহৰৰ অইন কাৰো লগত নিমিলেও, কাৰো কোনো কথাতে নাথাকে। এই কেশৱ দাসৰে ছোৱালী মীনা। আৰু এই মীনাৰ কথা লৈয়েই গোটেই চহৰতে গুণ্‌গুণনি।···

আমাৰ লগৰ সুব্ৰত চৌধুৰী ডাক্তৰ। মেডিকেল কলেজৰ এচিষ্টেণ্ট প্ৰফেচৰ। আমাতকৈ বয়সত সৰু। অলপ গধূলি হলেই অকলে ঘৰলৈ যাবলৈ ভয় কৰিছিল। আমি জোকাই জোকাই তাক আগবঢ়াই দিছিলোঁ।

এবাৰ সি পৰিবাৰক লৈ নিজা গাড়ীৰে তাৰ মধুপুৰৰ ঘৰলৈ আহিল। ক'লা ৰঙৰ নতুন গাড়ী।

ইয়াত তাৰ স্তৰৰ লগৰীয়া কোনো নাই। দেওবাৰে ৰাতিপুৱা আমাক সকলোকে একেলগে দেখি চাৰুৰ দোকানলৈ সোমাই আহিল। আমি সুব্ৰতৰে সমালোচনা কৰি আছিলোঁ; স্কুলীয়া দিনত তাৰ নিম্ন স্তৰৰ বুদ্ধিবৃত্তি, বৰ্তমান ফুটনি, এইবোৰ।

আমি কোনেও একো নমতাকৈ তাৰ ফালে চাই ৰলোঁ। সিও অপ্ৰস্তুত হৈ দুৱাৰমুখত থিয় হৈ থাকিল।

চাৰুৱে প্ৰথমে মাত লাগলে, "কি খবৰ? কেতিয়া অহা হ'ল?"

(অনৰ্থক প্ৰশ্ন। সুব্ৰত কেতিয়া আহিছে আমি জানো আৰু জানো কাৰণেই আজি তাৰ কথাই আলোচনা কৰি আছোঁ।)

"কিমান দিন থকা হব?" চাৰুৰ দ্বিতীয় প্ৰশ্নৰো উত্তৰ নিদি সুব্ৰতই আমাৰ মাজৰ প্ৰতিৰোধৰ দেৱালখন ভঙাৰ কাৰণে হঠাতে হুৰমূৰকৈ আগবাঢ়ি আহিল। চাৰুক ভেকাহি মাৰি কলে, "কি ভাব-বাচ্যত কথা আৰম্ভ কৰিছ অ'? এইবোৰ কি নতুন 'কায়দা' লগাইছ?"

আমাৰ বৰ ভাল লাগিল। সুব্ৰতৰ এই ভঙ্গীটো দেখি আমি বৰ তৃপ্তি পালোঁ। চাৰুৱে হতভম্ব হৈ চাহৰে অৰ্ডাৰ দি পেলালে।

সুব্ৰতই ডাবি দি উঠিল, "কিহৰ শুদা চাহ আনিবলৈ দিছ? লগতে



গৰম চিঙ্গাৰা আনিবলৈ দে। চৰকাৰ মশাইৰ দোকানত আজি-কালি চিঙ্গাৰা নকৰে নেকি? বাস্তৱিকে ভাই, তেনেকুৱা চিঙ্গাৰা ক'তো খাই নাপালোঁ।"

জগদীশে কলে, "ডাঙৰ কাম কৰ। বিয়াও কৰালি। খুওৱাতো মিছা কথা, বিয়াত আমাক কাকো চিঠি এখন দিও খবৰ নিদিলি।"

জগদীশটো বৰ অঁকৰা। কেতিয়া ক'ত কি কথা কব লাগে একো নাজানে। সুব্ৰতই ভালকৈ কথা পাতিছে কাৰণে গাত তত্ নাইকিয়া হৈছে।

সুব্ৰত লজ্জিত হৈ পৰিল। জোৰ কৰি সপ্ৰতিভভাৱে কলে, "ইস্ ৰাম, নকবি। বাহিৰলৈ যোৱাৰ আগতেই লৰালৰিকৈ বাইদেউৰ ঘৰৰ-পৰাই বিয়াখন পাতিলে। ভয়, কিজানি 'মেমনী' এজনীকে লৈ আহোঁ। হাঃ হাঃ। বহুতকে খবৰ দিবলৈ নহ'ল। সকলোৱে বেয়া পাই আছে। বিয়াৰ কেইদিনমান পিচতেইতো বুঢ়া-বুঢ়ী হালেই বিলাতলৈ গলোঁ। এতিয়া গালি খাই মৰোঁ। যাকে লগ পাওঁ সিয়েই গালি পাৰে।"

সুব্ৰতই পিচদিনা আমাক সকলোকে চাহ খাবলৈ মাতিলে।

"উমাকান্ত ক'ত? ধৰণী আজিকালি ইয়াত নাথাকে নেকি? বাৰু আবেলি যাম মই সিহঁতৰ ঘৰলৈ; মাতি আহিম।"

চাৰুৱে কলে, "বাদ দে। ধৰণী ইয়াত নাই। উমাকান্ত গধূলি এপাক দোকানলৈ আহিবই। তই ইমান দূৰ নগলেও হব। গলেও ঘৰত ক'ত তাক লগ পাবি? মই কম বাৰু তাক।"

সিদিনা গধূলি আৰু পিচদিনা ৰাতিপুৱা চাৰুৰ দোকানত বহি বহি আমি সুব্ৰতৰে আলোচনা কৰিলোঁ। আমাৰ প্ৰত্যেকৰ লগত সংযুক্ত তাৰ জীৱনৰ দৃশ্যাৱলী টানি টানি বাহিৰ কৰিলোঁ, বাৰে বাৰে চালোঁ। ইমান ডাঙৰ নাম-কৰা ডাক্তৰ, বিলাত ফেৰৎ, কিন্তু অলপো ফুটনি নাই। আমি সকলোৱে তাক লৈ গৰ্ববোধ কৰিলোঁ।

চাৰুৱে হঠাতে জগদীশক কলে, "জগদীশ, তই কি কৰিবি? গধূলি যাব পাৰিবি জানো? সাগৰমলে তোক ছুটী দিব?"

জগদীশে ক্ৰুদ্ধ দৃষ্টিৰে চাৰুৰ ফালে চাই কলে, "ছুটী নিদিব মানে? বেছি 'তেৰিবেৰি' কৰিলে কামকে এৰি দিম। তামাচা নেকি? আপদে-বিপদে এক-আধ দিন ছুটী নিদিলে কেনেকৈ হব?"

বেপৰোৱা ভাবটো মনত থাকোঁতে থাকোঁতেই সিয়েই কথাষাৰ তুলিলে। আমিও কথাষাৰৰ যুক্তিযুক্ততা মানি লবলৈ বাধ্য হলোঁ। শুদাহাতে যোৱাটো জানো ঠিক হব? ন-কইনাৰ হাতত কিবা এটা নিদিয়াটো কেনেকুৱা হব?

আমাৰ মাজত তুমুল তৰ্ক আৰম্ভ হ'ল। কি দিয়া যায়? মফচল চহৰত লাগ বুলিলেই ভাল বস্তু এটা পাবলৈ নাই। উমাকান্তই কলে, "শাৰী এখন দিলে কেনেকুৱা হয়?"

চাৰুৱে মুখ বিকটাই দিলে, "তোৰ পচন্দৰ শাৰী দিলে হৈছে! সেইখন পিন্ধি ৰাস্তাত ওলাব নোৱাৰিব। ফালি ঘৰ মচিবৰ কাৰণে ব্যৱহাৰ কৰিলেহে হব।"

আমি সকলোৱে দোকানৰপৰা ওলাই মনে মনে ইফালে-সিফালে গুচি গলোঁ। ধাৰ কৰি, অগ্ৰিম লৈ আহি দলবান্ধি ডোঙৰমলৰ দোকানলৈ গলোঁ। ভাল শাৰী দেখুৱাবলৈ কোৱাত দোকানীয়ে কেইখনমান সস্তীয়া নকল চিল্কৰ শাৰী আমাৰ আগত পেলাই দিলে। কোনো ৰকমে ভাল দামী বস্তু উলিয়াব নোখোজে। যুঁজ কৰি কৰি লাহে লাহে ওপৰৰ ফালে যাবলৈ বাধ্য কৰিলোঁ। দোকানীয়ে অত্যন্ত বিৰক্ত হৈ টেৰিলিনৰ শাৰী এখন আমাৰ সন্মুখত দলি মাৰি পেলাই কলে—"এয়া বেছি দামৰ ভাল শাৰী, ষাঠি টকা দাম। পাৰিব লব এইবোৰ শাৰী?"

আনন্দত আমাৰ চকুবোৰ উজ্জ্বল হৈ উঠিল। এইহে। দাম লৈ টনা-আঁজোৰা আৰম্ভ হ'ল। সাতাৱন টকাৰ কমত দোকানীয়ে কোনোৰকমে নিদিয়ে। আমাৰ লগত আছে মুঠতে তেৰন্ন টকা। চাৰু আকৌ তাৰ দোকানৰ ফালে গ'ল। বাকচ খুঁচৰি তিনি টকা দহ অনাৰ খুচুৰা লৈ আহিল। শাৰীৰ দাম দিলোঁ ছাপন্ন টকা দহ অনা। "বচ্, আৰু নাই, চাওক।"



আকৌ আমি সকলোৱে চাৰুৰ দোকানত গোট খাই একেলগে সুব্ৰতৰ ঘৰৰ ফালে ওলালোঁ। শাৰীখন ভালকৈ মেৰাই মোৰ এড়ি-কাপোৰৰ তলত ভৰাই ললোঁ।

সুব্ৰতৰ তাত আমি বেছ আড্ডা জমাই বহিলোঁ। সুব্ৰতই কলে, "ৰবি শ্ৰীমতীৰ লগত চিনাকি কৰাই দিওঁ।" সি ভিতৰলৈ সোমাই গ'ল। আমাৰ সকলোৰে কথা-বতৰা বন্ধ হৈ পৰিল। সন্ত্ৰস্ত-ভাৱে পৰস্পৰৰ ফালে চালোঁ। প্ৰত্যেকৰে চেহেৰা-পাতি পোছাক-পৰিচ্ছদ দেখি আমাৰ খং উঠি গ'ল। ইস্ত্ৰি নোহোৱা কাপোৰ, ৰং নিদিয়া ফটা জোতা। কোঠাটোৰ পৰিবেশৰ লগত অত্যন্ত বিসদৃশ যেন লাগিল।

...পিন্ধনত টিকৃটিকীয়া-ৰঙা এখন চিল্কৰ শাৰী। বগচুৱা-বগা গাৰ বৰণ, দীঘল নাক, টনা টনা চকুহাল। মুখত সপ্ৰতিভ হাঁহি। নিজৰপৰাই আমাৰ চকুবোৰ তলফালে নামি আহিল। ধুনীয়া বগা ভৰিত চেণ্ডেলৰ ক'লা ফিটা জিলিকি উঠিছে। সিফালৰপৰাও আমি চকু ফিৰাই আনিলোঁ। আমি অত্যন্ত অস্বস্তি বোধ কৰিবলৈ ধৰিলোঁ।

সুব্ৰতই পৰিচয় কৰাই দিবলৈ ললে, "এওঁ হ'ল হৰেন। অদ্ভুত ফুটবল খেলিছিল। গোল দিওঁ বুলিলে আৰু ৰক্ষা নাই।"

হৰেনে মূৰ দাঙি তৎক্ষণাৎ আকৌ তলমূৰ কৰিলে। সুব্ৰতৰ পৰিবাৰে মৃদু হাঁহিৰে দুখন হাত লগলগাই নমস্কাৰৰ ভঙ্গী কৰিলে। অপূৰ্ব ভঙ্গী। হৰেনে নিৰ্বিকাৰভাৱে বহি প্ৰবল বেগে ভৰি নচুৱাবলৈ আৰম্ভ কৰিলে। প্ৰতিনমস্কাৰৰ কোনো ভাবেই নেদেখুৱালে।

হঠাতে সকলো কথাৰে একো অৰ্থ নোহোৱা হৈ পৰিল। চাৰুৱে কলে, "ওহোঁ, মোৰ যাব লাগেহে। পলমেই হ'ল। বৰ দৰকাৰী কাম এটা আছে।"

আমাৰ প্ৰত্যেকৰে এৰাব নোৱাৰা কামৰ কথা মনত পৰি গ'ল। লৰালৰিকৈ উৰ্ধশ্বাসে চাহখিনি খাই অধিকতৰ লৰালৰিকৈ সুব্ৰতৰ

ঘৰবপৰা আমি ওলাই আহিলোঁ। গেটৰ কাষত উজুটি খাওঁতে শাৰীৰ টোপোলাটো মোৰ এড়ি-কাপোৰৰ তলৰপৰা মাটিত পৰি গ'ল। নীৰৱে সুব্ৰতৰ হাতত তুলি দিলোঁ।

সুব্ৰতৰ ঘৰবপৰা দল বান্ধি আহি থাকোঁতে দেখিলোঁ মীনা ঘৰৰ কাষে গৈ আছে। পিন্ধনত ৰঙা চিন্ধৰ শাৰী। গোটেই দলটোকে একেলগে দেখি তাই খুব সন্ত্ৰস্ত হৈ পৰিল। আমাৰ চকুত চকু নপৰাকৈ সম্মুখৰ ফালে দৃষ্টি নিবদ্ধ কৰি গম্ভীৰভাৱে আগবাঢ়ি গৈ থাকিল। সিদিনা কিন্তু আমি মীনাক জোকাবলৈ পাহৰিয়েই গলোঁ। আচলতে কোনো উৎসাহবোধ নকৰিলোঁ। তাই পাৰ হৈ যোৱাৰ পিচত আমি সকলোৱে একেলগে এবাৰ ঘূৰি চালোঁ। কোনখিনিত? সুব্ৰতৰ পৰিবাৰৰ লগত তাইৰ অদ্ভুত এটা মিল থকা যেন বোধ হ'ল। বিজাই চাবৰ চেষ্টা কৰিলোঁ। চকু দুটাত, নে খুঁতৰিত, নে চেহেৰাত, নে খোজৰ ভঙ্গীত? তাকেই চিন্তা কৰি কৰি অন্যমনস্কভাৱে আমি দোকানলৈ উভতি আহিলোঁ।

গোবিন্দই হঠাতে কলে, "কেশৱ দাসকেই ধৰি ভাল পিটন দিব লাগে। মাক নোহোৱা ছোৱালী। চেষ্টা কৰিলে ইমান ধুনীয়া ছোৱালীজনীক বিয়া দিব নোৱাৰিলেহেতেন নে? বাপেকৰ সেইবোৰ কথালৈ লক্ষ্য নাই। লিখা-পঢ়াও কৰিবলৈ নিদিলে, ইফালে বিয়া-বাৰু দিয়াৰ নাম নাই। মীনাৰ নো কি দোষ? যত দোষ এই কেশৱ দাসৰ। এক নম্বৰ চয়তান।"

মীনা সম্বন্ধীয় বিৰূপ আলোচনাত যোগ দিবলৈ আমি আগৰ দৰে কিবা জোৰ নোপোৱা হলোঁ। আনে কিবা কলেও সেইবোৰ মুখৰোচক কথা শুনি হাঁহিবলৈ গলেও মুখৰ মাংসপেশীত টান মাৰি ধৰা যেন পাওঁ।

মাজে-মধ্যে আমাৰ বিয়াৰ সম্বন্ধ আহে। আমাৰ ঘৰৰ নিচিনা ঘৰৰে ছোৱালীৰ খবৰ। সকলো কামতে পাকৈত। ঢেঁকী দিয়া,



তাঁত বোৱা, বন্ধা-বঢ়া ঘৰুৱা কাম-বন কোনো কথাতে চাব নালাগে। এই ধৰণৰ প্ৰশংসা-পত্ৰ। ৰূপৰ কথা উঠিলেও দ্বিতীয় পৰ্য্যায়তহে উঠে। আমাৰ পচন্দ নহয়। কাকো কব নোৱাৰোঁ আমাৰ পচন্দ সুব্ৰতৰ পৰিবাৰৰ নিচিনা ছোৱালীক। মনৰ গোপন কোণত তেৱেঁই আমাৰ আদৰ্শ।

মনৰ কামনাৰ কথা ইজনে সিজনৰ আগতো নকওঁ। নিশ্চয় জানো হৰেনে যদি তেনে এষাৰ কথা মোৰ আগত কয় তেনেহলে ময়েই তাৰ মূৰত থাপ্পৰ এটা মাৰি বহুৱাই থম। আমাৰ আদৰ্শৰ এটা দিশৰ লগত মীনাৰ অদ্ভুত এটা মিল আছে। মীনাৰ নিন্দাত উচ্ছ্বসিত হৈ উঠাৰ কাৰণে মনত কিবা জোৰ নাপাওঁ। বৰং ধুনীয়া গাভৰু ছোৱালী এজনীৰ পোছাক-পাতিৰ প্ৰতি এই স্বাভাৱিক দুৰ্বলতা আৰু হেপাহ পূৰণৰ কাৰণে এই উঞ্ছবৃত্তি চাই চাই আমাৰ মনবোৰ কিবা টন্‌টনাই উঠে।

হৰেনৰ লগত মীনাৰ বিয়াৰ কথা-বতৰা চলিছে। খবৰ পাই আমি জঁাপ মাৰি উঠিলোঁ। সকলোৱে হৰেনক চেপি ধৰিলোঁ। সি চুচুক-চামাক কৰে, মুখেৰে একো নামাতে। মানে কথা সঁচা। হঠাতে আমি বিয়াখন বন্ধ কৰাৰ কাৰণে উঠি-পৰি লাগিলোঁ। আমাৰ প্ৰধান অস্ত্ৰ হ'ল মীনাৰ চৰিত্ৰ সম্বন্ধে ৰটনাবোৰ।

জগদীশে কলে, "কি অ' তই? এইজনী ছোৱালীক তই বিয়া কৰাবি?"

হৰেনে অজলাৰ দৰে কলে, "কিয়? কি হৈছে?"

"কিয়, কি হৈছে? নাজান তই? এইজনী কি ধৰণৰ ছোৱালী তই নাজান?"

"মানুহে মিছাকৈ বদনাম দিয়ে। অৱস্থা বেয়াতো!"

উমাকান্তই ঘপ্‌কৰে মাত লগালে, "বাৰু এটা কথা ভাবি নাচাৱ কিয়? তইনো কি দৰৰ দৰা অ'? এই কথাটোকে গমি নাচাৱ কিয়? তাই যদি ছোৱালী ভালেই, তোৰ নিচিনা দৰা এজনৰ লগত

কিয় বিয়া দিবলৈ ওলাইছে ? ইমান ধুনীয়া ছোৱালীজনীৰ কাৰণে দৰা বিচাৰি তোকেহে পালে ? ৰাজ্যত আৰু দৰা নাই ?”

হৰেন নিৰ্বাক হৈ বহি থাকিল।

উমাকান্তই আকৌ কলে, “কি অ’ ? নামাত কিয় ?”

“কি আৰু মাতিম ? তইঁতৰ হিংসা লাগিছে। সেই কাৰণে এনেকৈ পিচত লাগিছ। কি মাতিম মই ?”

হৰেনৰ এই ওলোটা উত্তৰ শুনি আমি তাজ্যব মানিলোঁ। ভাল কৰিবলৈ গলে বেয়া হয়। কিন্তু আমাৰ দায়িত্ব এটা আছে। বিয়াখন ভঙাৰ কাৰণে আমি উঠি-পৰি লাগিলোঁ। শেষ পৰ্য্যন্ত উপায় নাপাই দলবান্ধি আমি হৰেনৰ মাকৰ তালৈ গলোঁ। নানাভাৱে বুজালোঁ, অনুৰোধ কৰিলোঁ, ভয় দেখুৱালোঁ। নানা ৰকমৰ যুক্তি-বুদ্ধি, যুঁজ-বাগৰ কৰি বিয়াখন বন্ধ কৰি দিলোঁ। সকলোৱে বেছ তৃপ্তি পালোঁ। বৰ ভাল কাম এটা কৰিলোঁ। হৰেনে কিন্তু আমাৰ এই ভাল কামটোৰ মোল বুজি নাপালে। সি আমাৰ সকলোৰে লগত মাত-বোল বন্ধ কৰি দিলে।

কিন্তু ইফালে চন্তালিবলৈ গৈ আমি সিফালে ‘বেচামাল’ হৈ পৰিলোঁ। কিছুদিন পিচতেই খবৰ পালোঁ উমাকান্তৰ লগত মীনাৰ বিয়া ঠিক, একেবাৰে দিন-বাৰ পৰ্য্যন্ত খাটাং। হৰেনেই খবৰটো আনি দিলে। সি যে আমাৰ লগত মাত-বোল বন্ধ কৰি দিছে সেই কথাটো পাহৰি হাত-মুখ জোকাৰি হুলস্থুল আৰম্ভ কৰি দিলে।

উমাকান্তক বুজাবলৈ আপ্ৰাণ চেষ্টা কৰিলোঁ—তাৰেই যুক্তিৰে। সি একো নুবুজা হ’ল। আমি বিমোৰত পৰিলোঁ। উমাকান্তৰ মাক-দেউতাক কোনো নাই যে গুৰিতে গৈ ঘাপ মৰিম। খুৰাক এজন আছে, তেওঁকেই ধৰিলোঁ। অদ্ভুত ধৰণৰ আপোন-পেটা মানুহ। কলে, “ককাইদেউ থাকোঁতেই আমি বেলেগ হৈছোঁ। সিও আমাৰ কোনো কথাত নাই, আমিও তাৰ কোনো কথাত নাই। মোৰ কথা উমাকান্তই শুনিব কিয় ?”



অদ্ভুত ধৰণৰ দায়িত্বজ্ঞানহীন মানুহ। বেলেগ হ’ল বুলিনো নিজৰ ভতিজা-ল’ৰা এজনৰ ভাল-বেয়া চাব নালাগে নেকি ?

এইবেলি সঁচাকৈয়ে আমি বৰ সমস্যাত পৰি গলোঁ।

জগদীশে ভয় দেখুৱালে—“কেনেকৈ তই বিয়া কৰ চাম। দৰা সাজি ওলাওঁতে ৰাস্তাতে তোৰ ভৰি খোৰা কৰি থম।”

“…ঠিক আছে। মহয়া ঠিকাদাৰক কৈ আটাইবোৰ কুলি-কামলাক লৈ আহিম। থানাতো খবৰ দি ৰাখিম।” কথাৰ গতি বেয়া। সময়ো হাতত নাই। গধূলি চাৰুৰ দোকানত আহি বহিছোঁ। উমাকান্তও আছে। কোনেও তাক মতা নাই। কৈ একো লাভ নাই, বিতৃষ্ণা লাগি গৈছে।

এনেতে হন্তদন্ত হৈ হৰেন সোমাই আহিল। “আহ। গোটেই-কেইজনে আহ। চাৰু, তোৰ দোকান বন্ধ কৰ। তয়ো আহ।”

আমি সকলোৱে উৎসুক হৈ উঠিলোঁ। “ক’লৈ যাব লাগে ? কি হৈছে ?” উত্তেজিত হৈ হৰেনে কলে, “এইমাত্ৰ মই কেশৱ দাসৰ ঘৰৰ ফালৰপৰা আহিছোঁ। দাস ঘৰত নাই, সদৰলৈ গৈছে। ৰাতি দহ বজাৰ ট্ৰেনতহে আহিব। ল’ৰাজনকো লৈ গৈছে। ঘৰত অকল মীনাহে আছে। নাগৰমলৰ স্কুটাৰখন সিহঁতৰ ঘৰত। মানুহে দেখা নোপোৱাকৈ ভিতৰৰ চোতালৰ ফালে সুমুৱাই থৈছে। ঘৰৰ দুৱাৰ-খিৰিকী বন্ধ। আহ আহ, সোনকালে আহ। আজি একেবাৰে হাতে-হাতে ধৰিম। ভদ্ৰসমাজত থাকি কি এইবোৰ কাণ্ড ?”

আমি সকলোৱে হুৰাহুৰি লগাই দিলোঁ। চাৰুও লৰালৰিকৈ দোকান বন্ধ কৰাৰ কাৰণে সাজু হ’ল। উমাকান্তক দেখিলোঁ, গভীৰ উত্তেজনাত প্ৰচণ্ডভাৱে কঁপিবলৈ ধৰিছে। হঠাতে সি চিঞৰি উঠিল—“কি এইবোৰ অসভ্যালি ? ভদ্ৰলোকৰ মানুহৰ ঘৰলৈ গৈ কি এইবোৰ উদ্ভণ্ডালি ? খবৰদাৰ, নোৱাৰ যাব।”

দোকানৰ দুৱাৰমুখত থিয় হৈ সি সকলোৰে বাট-ভেটা দি ধৰিলে।

হৰেনে তাক ঠেলা এটা মাৰি কলে, “চাওঁ, গুচ্।” উমাকান্তৰ

চকু-মুখ উদ্‌ভ্রান্তৰ দৰে হৈ উঠিছে। কাকো যেন দেখা নাই, কাৰো কথা শুনা নাই। একে ধৰণে সি দুৱাৰমুখত থিয় হৈ থাকিল। হৰেনে তাক আকৌ এবাৰ ঠেলা মাৰোঁতে সিও হৰেনক এটা ঠেলা মাৰি দোকানৰ ভিতৰত পেলাই দিলে। হৰেনে উঠি খঙতে তাৰ মুখত প্ৰচণ্ড ঘোচা এটা মাৰি দিলে। চাৰুৰ দোকানৰ আলাদীন বাতিৰ পোহৰ তাৰ মুখত পৰিছে। দেখিলোঁ, ঘোচা খাই উমাকান্তৰ ওঁঠেদি তেজ বাগৰি পৰিছে। মুখখন দেখিলে কিন্তু মনত হয় সি যেন হাঁহি আছে। অবোধ, বিহ্বল, শিথিল এটা হাঁহি। এই হাঁহিত তাৰ নিজৰো যেন একো শাসন নাই।

হৰেনে উমাকান্তক আৰু এটা ঘোচা মাৰিবলৈ যাওঁতে চাৰুৱে হাতখনত থাপ মাৰি ধৰিলে। হৰেনেও উমাকান্তৰ ফালে চাই ক্লান্তভাৱে দোকানৰ গাদীত বহি পৰিল। আমিও নিস্তেজ হৈ পৰিলোঁ। হঠাতে কেশৱ দাসৰ ঘৰৰ ফালে লৰ মাৰিবৰ একো ইচ্ছা নোহোৱা হ'ল।

হৰেনে উমাকান্তক কলে, "যা দোকানৰ পাচফালে বাল্টিত পানী আছে, মুখখন ধুই আহ। ওঁঠ ফাটিল বোধহয়, তেজ ওলাই আছে। যা, ধুই আহ।" চাৰুক কলে, "চাহৰ দোকানবোৰ বন্ধ হ'ল নেকি অ', চাৰু। নাই হোৱা যদি চাহ কেইকাপমান পঠাই দিবলৈ কৈ আহচোন। যা।"

আমি উমাকান্তৰ মুখৰ ফালে পোনে পোনে চাবলৈ লাজ কৰিলোঁ। কিজানি চকুত চকু পৰি যায়। মাজে মাজে তাৰ ফালে কেৰাহিকৈ চাইছোঁ। তাৰ মুখত হেবাঙৰ দৰে শিথিল হাঁহিটো তেতিয়াও লাগি আছে। অৰ্থাৎ এতিয়াও তাৰ উত্তেজনা কমা নাই।

চাহ খাই খাই চাৰুৱে হঠাতে অস্বাভাৱিকভাৱে হাঁহি উঠিল। হৰেনক কলে, "ভাল কাণ্ড তোৰো। ভাল বুৰ্বক বনাব খুজিছিলি আমাক। মুখৰ ভাব-ভঙ্গী দেখিলে কোনে কব মিছা কথা? এনেকুৱা তামাচা এটানো কিয় কৰিব খুজিছিলি?"

হৰেনে উমাকান্তৰ ফালে তৎক্ষণাৎ এবাৰ চাই ললে। গৰম চাহৰ গিলাচটো ওঁঠৰ কাষত লগাই উমাকান্তই ওঁঠটো সেকি আছে।



## ॥ ধাৰাবাহিক

মই শান্তিত থাকিব বিচাৰোঁ। ভাবিছিলোঁ অতি সাধাৰণ প্ৰত্যাশা, সামান্য দাবী। সঁচা নে? গোটেই পৃথিৱীখনেই শান্তি বিচাৰে। আণৱিক বোমা, ক্ষেপণাস্ত্ৰ, যুদ্ধ, ধ্বংস, নিৰ্বিচাৰ হত্যা, সকলোবোৰেই কেৱল শান্তিৰ কাৰণে!

মই ভাবিছিলোঁ মই শান্তিত থাকিব পাৰিম। কেইবাপুৰুষৰ প্ৰচেষ্টাতহে এইটো সম্ভৱ। মোৰ মাটি-বাৰী আছে, ঘৰ-দুৱাৰ আছে। টকা-পইচাৰো অভাৱ নাই। ধৰ্ম আৰু ভাষাৰ ফালৰপৰা মই সংখ্যাগৰিষ্ঠ সম্প্ৰদায়ৰ মানুহ। শান্তিত থকাত মোৰ অসুবিধা একো নাই। শিল্প আৰু সংস্কৃতিৰ সাধনা মোৰ দৰে মানুহৰ কাৰণেই সম্ভৱ।

ককাইদেউহঁতে বাহিৰত কাম কৰে। বাহিৰত থাকে। কাতিকক লৈ মই অকলে মধুপুৰত থাকোঁ। বিয়া-বাৰু কৰোৱা নাই। কাৰণ একেটাই। অশান্তি সৃষ্টি কৰি লোৱাৰ মতলব নাই।

ধম্ ধম্। টিনৰ চালত শিলগুটি পৰি আছে। দিনটো এনেকুৱাকৈ চলি থাকে। আমকেইটা অলপ ডাঙৰ হবলৈ নাপায়। কাঁটা-তাঁৰৰ বেৰ ফাক কৰি লৈছে। সেই সুৰুঙাইদি পিল্‌পিল্‌কৈ সোমাই আহে।

আমাৰ আম-কঁঠালৰ বাৰীৰ কাঁটা-তাঁৰৰ বেৰ য'ত শেষ হৈছে তাৰপৰাই তেলেনী পথাৰ আৰম্ভ; তেলেনী পথাৰখন ভগনীয়াৰে ভৰি গৈছে। আমাৰ বেৰখনত লগাকৈ সৰু সৰু জুপুৰিবোৰ। মানুহ আৰু মানুহ। ধম্ ধম্। অলপো শান্তিত থকাৰ উপায় নাই। আকৌ আৰম্ভ হ'ল। দুপৰীয়াখন অলপ শুব নোৱাৰি। গছৰ ফল এটা ৰখাৰ উপায় নাই। তামোলৰ থোক পৰ্য্যন্ত পাৰি লৈ যায়।

অভিভাৱকৰ চকুৰ আগতেই এইবোৰ অত্যাচাৰ। একো নকয় নিশ্চয়। অদ্ভুত।

ওলাই আহিলোঁ। ল'ৰা-ছোৱালীবোৰে ফৰিং ছিটিকাদি নোহোৱা হৈ গ'ল। চাৰি বছৰমান বয়সৰ নঙঠা ল'ৰাজনে ভালকৈ দৌৰিব নোৱাৰে। পলাব নোৱাৰি পৰিত্ৰাহি চিঞৰ আৰম্ভ কৰি দিলে। হাতত ধৰি সাৱধানে বেৰখন পাৰ হৈ গলোঁ। শাৰী শাৰী ঘৰ; কাৰো ভ্ৰূক্ষেপ নাই, কাৰো কোনো চাঞ্চল্য নাই। চোতালত এজনে কাঠ ৰেণ্ডা মাৰি আছিল। কেৰাহিকৈ মোৰ ফালে এবাৰ চালে মাত্ৰ।

মাতিলোঁ—"হেৰা, শুনাচোন ইফালে।" মানুহজন আগবাঢ়ি আহিল।

"কি কৰাহে তোমালোকে? ল'ৰা-ছোৱালীবোৰে দিনে-ৰাতি কেঁচা আমবোৰ দলিয়াই নষ্ট কৰে। ইহঁতক একো নোকোৱা কিয়? হাক নিদিয়া কিয়?"

"কি কৰিম বাবু? হাক দিলেও নুশুনে।" হঠাতে মানুহজনে মই হাতত ধৰি থকা ল'ৰাটোক থাপমাৰি টানি লৈ মৰিয়াব আৰম্ভ কৰিলে। মই ব্যস্ত হৈ উঠিলোঁ।

"আৰে, আৰে কি কৰা? অকণমান ল'ৰাটোক এনেকৈ মাৰিছা কিয়? পাগল নেকি?"

"চালা বজ্জাতৰ চূড়ান্ত; কথা কলে নুশুনে।"

"ৰবাচোন ৰবা। কাৰ ল'ৰা এইটো?"

"কাৰ আৰু? এনেকুৱা বজ্জাত ল'ৰা কাৰ আৰু হব? মোৰেই।"

মানুহজন অলপ আগতেই আহিছিল। বয়স পঁইত্ৰিশ বছৰমান হব। গাত গাঢ় নীলা ৰঙৰ কামিজ এটা। ডিঙি আৰু হাতৰ বুতামবোৰ লগোৱা। পিন্ধনত এখন খাকী ৰঙৰ লুঙি। শুদা ভৰি।

হঠাতে সেই মানুহজনে মাত লগালে—"উপায় নাই। বন্দুকেৰে গুলীয়াই জাকে-জাকে মাৰি পেলালেও ইহঁতৰ যোৱা আপুনি বন্ধ কৰিব নোৱাৰিব।"



মই একো কোৱা নাছিলোঁ। কথাখিনি মোৰ ভাল লগা নাছিল। দম্ভ আৰু আত্ম-নিগ্ৰহৰ প্ৰকাশ।

মই মুখ ঘূৰাই অনাৰ লগে লগে কাম কৰি থকা মানুহজনে আকৌ কাঠডোখৰ লৈ ব্যস্ত হৈ পৰিল। বাৰীখন এৰি ঘৰ সোমাইছোঁ মাত্ৰ। ধম্, ধম্; টিনৰ চালত শিলগুটি পৰিব ধৰিলেই। নাই। এই ভগনীয়াবোৰৰ অত্যাচাৰত শান্তিত থকাৰ উপায় নাই।

খবৰ লৈ জানিছিলোঁ সিদিনাৰ সেই লুঙি-পিন্ধা মানুহজন গোবিন্দ ওৱাদ্দাদাৰ। সকলোৱে মাতে মাষ্টৰ বুলি। ডাক্তৰ, মাষ্টৰ এইবোৰ বৰ খেলি-মেলি লগোৱা শব্দ। মফিজ ডাক্তৰক চিনো। ক্লাছ থ্ৰি-ফোৰ পৰ্য্যন্ত বিদ্যা। ঈশ্বৰ ডাক্তৰৰ ফাৰ্মাচীত কিছুদিন থাকি গাঁৱত মস্ত ডাক্তৰ হৈ বহিছে।

মানুহে কোৱা-কুই কৰা শুনো—গোবিন্দ মাষ্টৰ হেনো খু-উ-ব পণ্ডিত মানুহ। মানুহ মানে আমাৰ কাতিকহঁত। মই ধৰি লৈছিলোঁ মফিজ ডাক্তৰৰ পৰ্য্যায়ৰ। মূৰ্খৰ মাজত দৰখাস্ত এখন লিখিব পাৰিলেই মস্ত পণ্ডিত।

মই তেতিয়া ঠিকাৰ কাম কৰোঁ। ৰাতিপুৱা ওলাই আহোঁতে বাহিৰ-বাৰাণ্ডাত লগ পালোঁ; গোবিন্দ মাষ্টৰ বৈ আছে। ওলাই অহাৰ লগে লগে প্ৰকাণ্ড চালাম এটা দিলে—

"গুড মৰ্নিং চাৰ।"

সুধিলোঁ—"কি কথা?"

কলে—"কাম-কাজৰ কাৰণে আপোনাক মানুহ লাগে নেকি?"

"কি ধৰণৰ কাম?"

"যি কোনো ধৰণৰ।"

"অৰ্থাৎ?"

"মহৰী, গোমস্তা। যি কোনো এটা কাম হলেই হ'ল। ভিখাৰীৰ বাছ-বিচাৰ কৰাৰ অধিকাৰ আছে জানো?"

ইংৰাজীতেই হৈছিল কথাখিনি। মই অলপ বিৰক্ত হৈ উঠিছিলোঁ।

দাম্ভিক যেন লাগিছিল মানুহজনক ; কাম মই দিব পৰা নাছিলোঁ। তেওঁৰ কথাত বৰ বেছি গুৰুত্ব দিয়া নাছিলোঁ। তেৰোঁ কামৰ কথা লৈ দ্বিতীয়বাৰ মোৰ তালৈ অহা নাছিল। অৱশ্যে তেওঁ মোৰ ভাৰসাত বহি থকা বিধৰ মানুহ নহয়।

কেইদিনমান পিচতে দেখিলোঁ—ফোটা-চোটা কাটি হস্তৰেখা বিশাৰদ হৈ বজাৰত বহি গৈছে ; মোক দেখি চকু টিপিয়াই দিলে ; মোৰ হাঁহি উঠি গ'ল।

কিছুদিন পিচত শুনিলোঁ গোবিন্দ মাষ্টৰে ৰাম-কীৰ্তন কৰি ফুৰিছে। বেছ জমাই তুলিছে হেনো। কীৰ্তন সাধাৰণতে কৃষ্ণৰ কথা লৈ হয়। তেওঁ ৰামায়ণৰ কাহিনী লৈ কীৰ্তন কৰিছিল। মাষ্টৰৰ কীৰ্তন শুনাৰ কাৰণে মানুহৰ ভিৰ লাগি যায়। ৰাতি ভাত খোৱাত পলম কৰিলে কাৰ্তিকৰ উচ্‌পি-নি আৰম্ভ হয়। সদায় সি মাষ্টৰৰ কীৰ্তন শুনিবলৈ যায়। তাক কীৰ্তনৰ পদ গাই থকা শুনো।

"ধা ধা ধিনি ধা, ৰণ মাদল বাজেৰে।"

কিছুদিনৰ মূৰত দুইহাতে দুটা চুটকেচ লৈ আকৌ আমাৰ ঘৰত গোবিন্দ মাষ্টৰ উপস্থিত। "কি খবৰ ?"

"শাৰী ৰাখিব, শাৰী ? শান্তিপুৰৰ শাৰী। খুউব সস্তা।"

মোৰ ঘৰত শাৰী পিন্ধিব পৰা কোনো নাই। সিদিনাও তেওঁক ঘূৰাই পঠিয়াব লগা হ'ল। সুধিলোঁ—"কীৰ্তন বাদ দিলে কিয় ? বেছতো চলিছিল।"

দুপৰীয়াখন মানুহজন ঘামি-জামি আছিল। মোৰ প্ৰশ্নৰ উত্তৰ নিদি কলে—"মোক অলপ পানী খুৱাব পাৰে ?"

"নিশ্চয়।"

মোৰ বোধ হ'ল মানুহজনে কিবা যেন হেৰুৱাইছে। তাকেই বিচাৰি ফুৰিছে।

ইয়াৰ পিচত লাহে লাহে গোবিন্দ মাষ্টৰৰ লগত মোৰ পৰিচয় বেছ অলপ ঘনিষ্ঠ হৈ উঠিছিল।



মাষ্টৰক এদিনা সুধিছিলোঁ—"আগতে আপুনি কি কৰিছিল ?"

গোবিন্দ মাষ্টৰৰ চকুৰ দৃষ্টি হঠাতে কিবা হৈ গৈছিল ঃ

"মনত নাই। সেইবোৰ কথা মোৰ মনত নাই। বহু সহস্ৰ বছৰ আগৰ কথা। ইমান দিনৰ কথা মনত থাকে নে ? হাঃ হাঃ হাঃ।"

গোবিন্দ মাষ্টৰৰ লগত মোৰ কোনো সম্বন্ধ নাই। দৈৱক্ৰমে পৰিচয় হৈছে ; নহবও পাৰিলেহয়। কিন্তু মানুহজনে মোৰ শান্তি নষ্ট কৰি দিছে। চেষ্টা কৰিও মই তেওঁক মোৰ মনৰপৰা দলি মাৰি পেলাই দিব নোৱাৰোঁ।

আম চুৰ কৰা কথা লৈ মাষ্টৰে এদিন মোক কৈছিল,

"হেৰি, কি কৰিব ? এওঁলোকে ব্যাকৰণ-চ্যাকৰণ চব পাহৰি গৈছে। লোকৰ বস্তু যে লব নাপায় এইবোৰ সূত্ৰ নাজানেই।"

তেলেনী পথাৰখন ভৰি গ'ল। মানুহ আৰু মানুহ ; আদিম আৰু বন্য। সহস্ৰ বছৰ ধৰি আহৰণ কৰা সভ্যতা আৰু সংস্কৃতিৰ পালিচ জুই আৰু ধুমুহাত উঠি গৈছে। আকৌ প্ৰথমৰপৰা আৰম্ভ কৰিব লাগিব।

প্ৰেম, ভালপোৱা। আহা ! কি মধুৰ, কি আবেশ ; হাতত হাত থৈ সময় কেনেকৈ পাৰ হৈ যায় কবই নোৱাৰি। অলপ হাঁহি, অলপ পৰশ। শিল্প আৰু কাব্যৰ প্ৰধান অৱদান। কিন্তু যিজনী ছোৱালীক দহজন পাষণ্ডই বলাৎকাৰ কৰি অজ্ঞান অৱস্থাত পেলাই থৈ গৈছে তাইৰ কাৰণে কি প্ৰেমৰ চেহেৰা একেই থাকিব ?

তেলেনী পথাৰখন ভৰি গ'ল। মই ১৯৪৭-৪৮ চনৰ কথা কৈছোঁ। ১৯৭১ চনত যি ঘটিছে সেইটো হ'ল তাৰেই ক্ৰম-পৰিণতি। ১৯৪৭ চনত দাম নিদিয়াকৈ যি পাইছোঁ চক্ৰবৃদ্ধি হাৰে সুতেৰে সৈতে তাৰেই কিস্তি দি আছোঁ।

গোবিন্দ মাষ্টৰৰ ওপৰত মোৰ খং উঠা উচিত। তেওঁ মোৰ শান্তি নষ্ট কৰিছে, জোৰকৈ বহুত কথা ভাবিবলৈ বাধ্য কৰিছে। দুদিনৰ কাৰণে ঘৰ এৰি ক'ৰবাত যাব লাগিলে কিমান চিন্তা, কিমান

সমস্যা! নাই, নাই, নাই। চিন্তাধাৰা সংযত কৰিব লাগিব চিৰদিনৰ কাৰণে ঘৰ-দুৱাৰ এৰি যাবলৈ বাধ্য হলে মনৰ অৱস্থা কেনেকুৱা হয় মোৰ মনত সেই কৃত্রিম অনুভূতি সৃষ্টি কৰাৰ চেষ্টা কৰি লাভ কি? আমাৰ আম-কঁঠালৰ বাৰীৰ কাঁটা-তাঁৰৰ বেৰ য'ত শেষ হৈছে তাৰপৰাই তেলেনী পথাৰ আৰম্ভ। পথাৰখন ভগনীয়াৰে ভৰি গৈছে। ধম্, ধম্। টিনৰ চালত শিলগুটি পৰিয়েই আছে। ভগনীয়া-বোৰৰ অস্তিত্ব সম্বন্ধে সচেতন নহৈ মোৰ উপায় নাই।

ফলত গুণগতভাৱে মোৰ মানসিক পৰিৱৰ্তন হব ধৰিছে।

মহা জুলুম। যিবোৰ কথা কেতিয়াও চিন্তা কৰা নাছিলোঁ, চিন্তা কৰাৰ কোনো প্রয়োজন নাছিল, এই ভগনীয়াবোৰে জোৰ কৰি সেইবোৰ কথা ভাবিবলৈ বাধ্য কৰিছে।

আত্ম-প্রতাৰণাৰ এটা সীমা থকা উচিত। আমি ডিঙি ফালি চিঞৰি কওঁ যে অহিংসভাৱে আমি স্বাধীনতা লাভ কৰিছোঁ। পৃথিৱীৰ ইতিহাসত ইয়াৰ নজিৰ নাই। স্বাধীনতা পোৱাৰ দিনৰপৰা আজিলৈকে এই উপ-মহাদেশত কিমান ক্ষয় আৰু ক্ষতি, কিমান ধ্বংস, মনুষ্যত্বৰ কিমান অপমান হৈছে তাৰ খতিয়ান কোনে উলিয়াব?

এই জীয়াতু ভোগাৰ এটা নৈতিক কৈফিয়ৎ পৰ্য্যন্ত নাই। বীৰত্ব, দেশপ্রেম এইবোৰ ভাল ভাল শব্দ উচ্চাৰণ কৰি নিজকে প্রবোধ দিবৰো উপায় নাই। অসহায় মানুহক কৰা এই আঘাতে আজি অত্যাচাৰী আৰু অত্যাচাৰিতক পশুৰ পৰ্য্যায়লৈ নমাই আনিছে।

অহিংসভাৱে লাভ কৰা এই স্বাধীনতাৰ মূল্য আৰু কিমান দিন ধৰি দি যাব লাগিব? আৰুনো কিমান তেজ আৰু কিমান চকুলোৰ প্রয়োজন?

চাৰিআলিৰ কাষত মৰাপাটৰ দ'মৰ ওপৰত বহি আছে। হয়। গোবিন্দ মাষ্টৰ।

সুধিলোঁ—"কি কৰিছে?"



"মৰাপাট কিনি কেইদিনমান ধৰি ৰাখি মাৰোৱাৰীৰ গোলাত দিলে ভাল লাভ হয়।"

হব পাৰে। হয় নিশ্চয়।

ৰামবাবুৰ দোকানখন আছিল মধুপুৰৰ ক্লাবৰ দৰে। গধুলি নানা ধৰণৰ মানুহ লগ হয়। মাজে-সময়ে মাষ্টৰো আহিছিল। দোকানৰ আগেদি গলে কোনোবাই মাতি আনিছিল। মাষ্টৰৰ কথা কোৱাৰ বিশেষ ধৰণটো সকলোৱে উপভোগ কৰিছিল।

সত্য বৰুৱাই ইতিকিং কৰি কলে—"জানে? পাকিস্তানৰপৰা অহা ভগনীয়া প্রত্যেকে একোজন জমিদাৰ। খেতি-পথাৰ, দালান-কোঠা, পুখুৰী, কি নাছিল? জমজমাৎ অৱস্থা। কিহে মাষ্টৰ, আপোনাৰ জমিদাৰী আছিল নে নাই?"

মাষ্টৰ হঠাতে উত্তেজিত হৈ উঠিল—"আপোনালোকে কি বুজিৰ? ঘৰ মানে কেইখনমান বেৰ আৰু এখন চাল নহয়। আমি কেৱল ইটা আৰু কাঠেৰে ঘৰ এটা নাসাজোঁ। লগতে অনেক কল্পনা আৰু অনেক সপোনো মিহলি কৰি দিওঁ। আমি পেলাই থৈ অহা প্রত্যেকটো পঁজাঘৰেই একোটা ৰাজকাৰেং।"

ৰামবাবুৰ দোকানত বহি ভগনীয়াবোৰক ইতিকিং কৰা হয়েই। মাষ্টৰৰ কথাৰ উত্তৰত সিদিনা আমি কোনেও একো মাতিব পৰা নাছিলোঁ। আমাৰ আম-কঁঠালৰ বাৰীখন লৈয়েই হৈছে অশান্তি। দিনে-ৰাতিয়ে ভগনীয়া ল'ৰাবোৰে শিলগুটি দলিয়াই থাকে। সুবিধা পালে ডাঙৰেও ঘূৰ্‌ঘূৰ্ কৰি ফুৰে। তিৰোতা মানুহেও শেষৰাতি আহি তলত পৰি থকা ফলবোৰ বুটলি লৈ যায়। গধুলিও লুকাই-চোৰাংকৈ পাক এটা মাৰি যায়। ঘৰত মানুহ মই আৰু কাতিক। মই বেছ ৰাতিকৈ ঘৰলৈ আহোঁ। গধুলি দুৱাৰত তলা লগাই কাতিকে বজাৰ কৰিবলৈ যায়। আৰু পায় কোনে?

মই ঘৰতে আছিলোঁ। অলপ অলপ আন্ধাৰ হৈছে। দেখিলোঁ লেঙেৰা আমজোপাৰ তলত কোনোবাই ঘূৰ্‌ঘূৰ্ কৰি আছে। মই

সন্তৰ্পণে ফালৰি কাটি সিটো ফালেদি গৈ 'কোন' বুলি সমুখত ওলালোঁ। ঘটনা যিটো ঘটিল তাৰ কাৰণে মই প্ৰস্তুত নাছিলোঁ। ভীষণভাৱে চঁক্ খাই তিৰোতাজনী ধপ্‌কৈ মাটিত পৰি গ'ল। ভয়ঙ্কৰ যন্ত্ৰণাত চেঙ্গালুটি পাৰিবলৈ ধৰিলে।

মোৰ অৱস্থা শোচনীয়। কি যন্ত্ৰণা। কি মস্কিলত পৰিলোঁ। কাৰ্তিক অহা বুলি গম পাই অলপ হুচ আহিল। মাতিলোঁ। চাকি এটা লৈ আহিল।

আহিয়েই তীব্ৰ ভৰ্ছনাৰ সুৰত সি মোক প্ৰশ্ন কৰিলে—"মাষ্টৰৰ পৰিবাৰ দেখোন। কেনেকৈ এনেকুৱা হ'ল? আপুনি কিবা কৰিছে নেকি?"

তাৰ প্ৰশ্নৰ ধৰণ দেখি মই আৰু বিবুদ্ধি হৈ পৰিলোঁ। সুধিলোঁ—"মাষ্টৰ? কোন মাষ্টৰ?"

"গোবিন্দ মাষ্টৰ। গুচক, মৰিল নেকি চাওঁ।"

হাত-ভৰিৰ লৰচৰ বন্ধ হৈছে। অচেতন হৈ পৰি আছে। কাতিকক কলোঁ—"যা লৰি যা। এই চাৰিআলিত হোমিওপেথিক ফাৰ্মাচী দিছে নহয়, মাষ্টৰক তাতে পাবি। মাতি আন।"

গোবিন্দ মাষ্টৰৰ হাঁহি বন্ধই নহয়। মই আৰু কাৰ্তিক বেকুফৰ দৰে থিয় হৈ আছোঁ। ইফালে গোবিন্দ মাষ্টৰে প্ৰাণপণে হাঁহিয়েই আছে।

"বঢ়িয়া প্ৰতিৰক্ষামূলক ব্যৱস্থা। সজ্ঞান অৱস্থাত কোনেও আৰু তাইক বলাৎকাৰ কৰিব নোৱাৰে।" কথাৰ ধৰণ দেখি মোৰ অস্বস্তি বাঢ়িহে গ'ল।

আত্মপক্ষ সমৰ্থনৰ সুৰত কলোঁ—"কি কৈছে আপুনি? কি ইঙ্গিত কৰিছে?"

"নাই, নাই। একো ইঙ্গিত কৰা নাই। সুবিধা পালে কোনে এৰে? সুবিধা পালে আপোনাৰ বাৰীৰ ফল-মূল লৈ নাযাওঁ আমি? দোষৰ একো নাই, দোষৰ একো নাই।"



তিৰোতাগৰাকীৰ জ্ঞান ফিৰি অহা যেন বোধ হ'ল। মাষ্টৰে খুব মৰমৰ সুৰত মাতিলে—

"লক্ষ্মী, অ' লক্ষ্মী।"

'উঁ।"

"ভাল পাইছা?"

"উঁ।"

"ঘৰলৈ যাব পাৰিবা?"

"উঁ।"

সিদিনা গোবিন্দ মাষ্টৰ ঘৰৰ ভিতৰ-কোঠাত সোমাইছিল। ময়েই মাতি আনিছিলোঁ। পৰিবাৰৰ লগত নগৈ তেওঁ অলপ ইতস্ততঃ কৰি আছিল। কিবা যেন কৰ খুজিছে।

মই কোনো ৰকমে সহজ হব পৰা নাই। ঘৰত কোনো নাছিল। মই কিয় ইমান সন্তৰ্পণে ফালৰি কাটি তিৰোতাগৰাকীৰ আগত ওলাইছিলোঁগৈ? মোৰ মতলব কি আছিল? মতা নে তিৰোতা আগতে গম পোৱা নাছিলোঁ নেকি?

নাছিলোঁ নেকি? নাছিলোঁ নেকি? মাষ্টৰৰ কথা শুনি সজাগ হৈ উঠিলোঁ।

"তাই আম চুৰ কৰিবলৈ অহা নাছিল।" মই মৰি যোৱা যেন বোধ কৰি আছিলোঁ। ব্যস্তভাৱে সমৰ্থন কৰিলোঁ—"নিশ্চয় নিশ্চয়। কিয় আহিব?"

মাষ্টৰৰ জুইৰ দৰে জ্বলি থকা চকুহালৰপৰা পানী ওলাই আহিছিল।

"গাঁৱৰ ছোৱালী তাই। আপুনি হয়তো নাজানে; পূৰ্ববঙ্গৰ গাঁৱত অজস্ৰ আম-কঁঠালৰ গছ। প্ৰত্যেকৰে ঘৰ গছ-গছনিৰে ঘেৰা। এই গছ-গছনি, এই আম-কঁঠালৰ বাৰী তাইৰ জীৱনৰে এটা অংশ। তাইক হাত বাউলি দি মাতি আনে। স্বাধীনতা পোৱাৰ পিচত আপোনা-লোক যেতিয়া আনন্দত উত্ৰাৱল হৈ উঠিছিল সেই একে সময়তে

সাম্প্রদায়িক তাণ্ডৱলীলাত মত্ত হৈ দুৰ্বৃত্তবোৰে আম-কঁঠালৰ বাৰীত তাইৰ ওপৰত অত্যাচাৰ কৰে। এক, দুই, তিনি। তাৰ পিচত আৰু কিমান আছিল তাই কব নোৱাৰে। হঠাতে বাৰীত আপোনাক কাষত দেখি তাই বোধহয় আতঙ্কিত হৈ উঠিছিল।”

কবৰ একো নাই। মনে মনে আছিলোঁ।

মাষ্টৰে সুধিলে—“ঘৰ হেৰুৱাইছোঁ, নতুন ঘৰ সাজিম। ধন হেৰুৱাইছোঁ, আকৌ ধন আৰ্জিম। খেদাখোৱা জন্তুৰ দৰে পলাই আহোঁতে বাটত যিবোৰ মানৱিক মূল্যবোধ হেৰুৱাইছোঁ তাকো হয়তো লাহে লাহে আকৌ সঞ্চয় কৰি লব পাৰিম। কিন্তু যিবোৰ মন নষ্ট হৈ গ'ল সেই মনবোৰ আকৌ নতুনভাৱে বিকশিত হৈ উঠিব জানো?”

মই ১৯৪৭-৪৮ চনৰ কথাহে কৈছোঁ। ১৯৭১ চনৰ ঘটনা তাৰেই ধাৰাবাহিক অংশ। চক্ৰবৃদ্ধি হাৰে কিস্তি ঋণ শুজি গৈ থাকিব লাগিব।

## ॥ নিৰাময় ॥

অলক্ষিতে সুস্থ দেহতো কেতিয়া কি সামান্য চেলু লৈ ৰোগৰ বীজাণুৱে বাহ লয় কোৱা টান। ভিতৰি ভিতৰি কেতিয়াৰপৰা যে শৰীৰক দূষিত কৰিবলৈ আৰম্ভ কৰে তাকো কোৱা টান।

দুই বন্ধু গোবিন্দ ৰায়চৌধুৰী আৰু মহিম বৰুৱাই বহু আশা মনত লৈ পৰস্পৰৰ ওপৰত ভাৰসা কৰি চহৰলৈ আহিছিল। চহৰৰ উপকণ্ঠত জঙ্গল বুলিয়েই কব পৰা ঠাইত লগালগিকৈ মাটি লৈ ঘৰ সাজিছিল। দুয়োটা পৰিয়ালৰ মাজত কোনো ভেদ নাছিল।



গোবিন্দ ৰায়চৌধুৰী আৰু মহিম বৰুৱা দুয়োৰে পৰলোকপ্ৰাপ্তি ঘটিছে। তেওঁলোকৰ আত্মা শান্তিৰে থাকক।

সময়ত বন্ধন-সূত্ৰ হয় দুৰ্বল, গ্ৰন্থি হয় শিথিল। দুয়োটা পৰিয়ালৰ মাজত আগৰ সেই সৌহাৰ্দ্য নাই; থকাৰ কথাও নহয়। কিন্তু দোলকৰ গোলকটোৱে ভিন্ন প্ৰান্তলৈ গতি কৰিছে। এটা পৰিয়াল আনটোৰ চৌবিছ ঘণ্টাৰ কাৰণে অশান্তিৰ কাৰণ হৈ পৰিছে।

এই অশান্তিয়ে চুকি নাপায় কেৱল মাত্ৰ গোবিন্দ ৰায়চৌধুৰীৰ ডাঙৰ ল'ৰা সুৰেশক আৰু মহিম বৰুৱাৰ ডাঙৰ ল'ৰা সত্যেনক।

ডঃ সুৰেশ ৰায়চৌধুৰী মগ্ন ৰসায়ন শাস্ত্ৰত। অনু-পৰমাণুৰ গঠন, পৰম্পৰৰ প্ৰতিঘাত আৰু উপাদানৰ ৰূপান্তৰৰ ইন্দ্ৰজালৰ প্ৰতি লক্ষ্য ৰাখিয়েই তেওঁ নিৰন্তৰ বিস্মিত আৰু মুগ্ধ। এই বিৰাট চিত্ৰপটৰ প্ৰতি সম্মোহিত দৃষ্টি নিবদ্ধ কৰি থকা কাৰণে বাকী অইন কোনো কথাই তেওঁৰ দৃষ্টি আকৰ্ষণ কৰিব নোৱাৰে। আন সকলো কথা তুচ্ছ বুলি বোধ হয়।

সত্যেনৰ অনুৰাগ হ'ল সঙ্গীতত। সহজাত অনুৰাগ। সুৰৰ স্বৰ্গলোকত বিচৰণ কৰি তেওঁ নিৰন্তৰ আবিষ্ট। মহিম বৰুৱাই সত্যেনক সঙ্গীত চৰ্চাত উৎসাহ নিদিলেও জোৰকৈ হাকো দিয়া নাছিল। তেওঁ সত্যেনক আমাৰ 'ফয়েজ খাঁ' বুলি বিদ্ৰূপ কৰিছিল। পিচে বিদ্ৰূপৰ অন্তৰালত বোধহয় প্ৰচ্ছন্ন প্ৰশ্ৰয় আছিল। মহিম বৰুৱা নিজেও সঙ্গীতানুৰাগী মানুহ আছিল।

সুৰেশ ৰায়চৌধুৰীৰ সামান্য কথাতে টিকিচকৈ খং উঠে। আচলতে এইটো হ'ল তেওঁৰ অসহিষ্ণুতা। তুচ্ছ কথা লৈ ব্যস্ত হোৱাৰ অনাগ্ৰহ। ঘৰৰ সকলোৱে তেওঁক ভয় কৰে। মনৰ কথা কোনেও তেওঁক নকয়। তেওঁ অত্যন্ত অকলশৰীয়া। ঘৰত কোনে কি ভাবিছে, কোনে কি কৰিছে তেওঁ একো খবৰ নাৰাখে। যিকোনো অনুভূতিৰ প্ৰকাশক তেওঁ ভয় কৰে। সন্দেহৰ চকুৰে চায়। অনুভূতিৰ বাষ্পই দৃষ্টিৰ স্বচ্ছতা নষ্ট কৰি দিয়ে। কুঁৱলীৰে আবৰি

চিনাকি বস্তুবো ৰূপ সলনি কৰি দিয়ে। তেওঁ হ'ল ৰসায়নবিদ। কোনো অনুভূতি বা উচ্ছ্বাসে ৰাসায়নিক প্ৰক্ৰিয়া এটাৰ বিন্দুমাত্ৰ সলনি কৰিব নোৱাৰে। এই কথা তেওঁ খুব ভালকৈ জানে।

সত্যেন তেওঁৰ সঙ্গীতৰ মাজতে ডুব গৈ আছে। মাজে মাজে ভাহি উঠি স্বপ্নালু দৃষ্টিৰে চাৰিওফালে চায়। মহিম বৰুৱাৰ মৃত্যুৰ পিচত তেওঁৰ দ্বিতীয়জন ল'ৰা হৰেন অলপ আওবাটে গ'ল। আড্ডাবাজ হৈ উঠিল। ঘৰৰ কাৰো কথা নুশুনা হ'ল। সত্যেনে তাক কি ডাবি দিব, ওলোটা সিয়েই সত্যেনক ডাবি দিয়াৰ চেষ্টা কৰে।

মহিম বৰুৱা গোবিন্দ ৰায়চৌধুৰীতকৈ সামান্য ডাঙৰ আছিল। ৰায়চৌধুৰীয়ে বৰুৱাক 'দাদা' বুলি মাতিছিল। দুয়োটা পৰিয়ালৰ ল'ৰা-ছোৱালীৰ মাজত সুৰেশ ডাঙৰ। সকলোবোৰ ল'ৰা-ছোৱালীয়ে তেওঁক 'ডাঙৰ দাদা' বুলি মাতে।

হৰেনক বলে নোৱাৰি বৰ-মাকে সুৰেশক কলে—"হৰেনে কাৰো কথা নুশুনে। লিখা-পঢ়াত মন নাই, গোল্লাই যাব ধৰিছে। তই অলপ চকু দিবিচোন।"

সুৰেশে যিখিনি কাম কৰে যথেষ্ট গুৰুত্ব সহকাৰে কৰে। হৰেনৰ গতিবিধি লক্ষ্য কৰি খা-খবৰ লৈ গধূলি তেওঁ সত্যেনহঁতৰ ঘৰ ওলালেহি। সাত বাজিল। আঠ বাজি গ'ল। হৰেনৰ দেখাদেখি নাই। খঙতে সুৰেশৰ মুখৰ চেহেৰা ভয়ঙ্কৰ হৈ উঠিল। তেওঁৰ ফালে চাই বৰ-মাক শঙ্কিত হৈ উঠিল।

"কিমান ৰাতিলৈনো বহি থাকিবি তই? যা তই।"

"হুঁ।"

সুহুৰি মাৰি মাৰি হৰেন ঘৰৰ ভিতৰ সোমোৱাৰ লগে লগে বিস্ফোৰণ হ'ল।

"হাৰামজাদা। ইমান ৰাতিলৈ ক'ত আছিলি?"

সুৰেশক দেখি হৰেন চঁক্ খাই উঠিল।

"নন্দহঁতৰ মেছত নন্দৰ লগত কিতাপ পঢ়ি আছিলোঁ।"



"ফ্লাচ খেলি আজি কিমান হাৰিলি?"

সেপ ঢুকি হৰেনে কলে—"কি ফ্লাচ?"

"কি ফ্লাচ? নাজান? চাওঁ তোৰ ফাউন্টেন পেনটো আন।"

"আছে।"

"আছে? এইটো তেনেহলে কাৰ পেন?" সুৰেশে জেপৰ-পৰা চেফাৰ্চ পেনটো উলিয়াই হৰেনৰ চকুৰ আগত দাঙি ধৰি কলে—"তই ললিতক ১২ টকাত বিক্ৰী কৰা নাছিলি? মই যদুক লগাই তাৰপৰা ১৫ টকাত কিনি অনাইছোঁ। যদুক চোৰাংচোৱা লগাই তোৰ সকলো খবৰ যোগাৰ কৰিছোঁ।"

হঠাতে হাত দাঙি সুৰেশ থিয় হৈ উঠিল। "হাৰামজাদা, এক্কেবাৰে জাহান্নামে গৈছ। এক্কে চৰতে গোটেইকেইটা দাঁত সৰাই দিম।"

বৰ-মাক লৰি আহি দুয়োৰে মাজত থিয় হ'ল। "গাত হাত নিদিবি বাবা। ল'ৰা ডাঙৰ হৈছে, বুজা হৈছে।"

"কি বুজা হৈছে। বুজা হলে এনেকৈ নষ্ট হৈ যায়?"

মাকে হস্তক্ষেপ কৰা দেখি হৰেনৰ সাহস বাঢ়ি গ'ল। সিও দুখোজ পিছ-হুঁহকি দূৰৰপৰা কলে—"তুমি আমাক শাসন কৰিবলৈ কোন? তুমি আমাৰ অভিভাৱক নেকি?"

জ্বলন্ত দৃষ্টিৰে তাৰ ফালে চাই সুৰেশে কলে—"ঠিক আছে। মই তহঁতৰ কোনো নহওঁ। পিচে আৰু যদি কেতিয়াবা তই গধূলি সাতটাৰ পিচত ঘৰলৈ অহা বুলি গম পাওঁ তেনেহলে বাটতে চাবুক মাৰি তোক আধামৰা কৰিম। ইচ্ছা কৰিলে লগৰ আটাইকেইটাকে বডিগাৰ্ড কৰি আনিব পাৰ। তহঁতৰ লগৰ ৰঞ্জনে বোলে লগত ছুৰী লৈ ফুৰে। তাকো লগতে আনিবি। নে তই নিজেই ছুৰী মাৰিব পৰা হৈছ?"

সুৰেশৰ ডাবিত কাম হৈছিল। সুৰেশৰ ভয়তেই হওক বা নিজেই উপলব্ধি কৰাৰ কাৰণেই হওক হৰেনে কুসঙ্গ ত্যাগ কৰি ভাল হ'ল। বি-এ পাছ কৰিলে।

সিদিনাৰ ঘটনাৰপৰাই হওক বা স্বাভাৱিক ঘটনাচক্ৰতেই হওক

দুয়োটা পৰিয়ালৰ মাজত থকা সৌহাৰ্দ্যখিনি লাহে লাহে নোহোৱা হৈ আহিব ধৰিলে। প্ৰথমতে ঔদাসিন্য আৰু পিচত বিৰূপতাৰ সৃষ্টি হ'ল।

সুৰেশহঁতৰ উপাৰ্জন ভাল। ইফালে সত্যেন গান লৈ ব্যস্ত। হৰেন বি-এ পাছ কৰি বেকাৰ। একপক্ষই ভাবে তেওঁলোকক অৱজ্ঞা কৰা হৈছে, আনপক্ষই ভাবে তেওঁলোকক হিংসা কৰা হৈছে। দুয়োপক্ষই ভূতগ্ৰস্তৰ দৰে হৈ পৰিল। কেৱল সুৰেশ আৰু সত্যেন হ'ল এই সকলো বিষয়ে অজ্ঞ আৰু নিৰ্বিকাৰ।

বেৰৰ সিফালে কোনোবাই কথা পাতিলে ইফালৰ মানুহে কাণ থিয় কৰি শুনিবলৈ চেষ্টা কৰে। মাকে সহ্য কৰিব নোৱাৰি এদিন সুৰেশক কলে—

"এনেকৈ সহ্য কৰিও থাকিব নোৱাৰি, কিবা উত্তৰ দিলেও হুলস্থূল লাগি যাব, দিনে-ৰাতি শাও-শপনি। কাক কয় এইবোৰ কথা? 'দৰ্পহাৰী ভগৱানে দৰ্প চূৰ্ণ কৰিব।' 'অতি দৰ্পে হত লঙ্কা।' দিনে-ৰাতি এনেকৈ শাও-শপনি দি থাকিলে মইনো কেনেকৈ সহ্য কৰি থাকোঁ কচোন।"

শঙ্কাত মাকৰ বুকুখন কঁপি উঠিল। অমঙ্গলৰ আশঙ্কাত তেওঁ শঙ্কিত হৈ উঠিল। আঁচলেৰে তেওঁ চকুপানী মচিলে। সুৰেশে হাঃ হাঃকৈ হাঁহি দিলে।

"বৰ-মাৰ কথা ধৰিব লাগে নে? তেওঁৰ মুখখন কোনদিননো কম দেখিছা?"

সঁচাকৈয়ে। মুখ চলে কিন্তু তেওঁৰ। অসহ্য হৈ বৰ-দেউতাক মহিম বৰুৱাই এবাৰ খেদি গৈছিল। তেবোঁ কম নহয়। লৰি আহি পাকঘৰত সুৰেশৰ মাকৰ ওচৰ পাইছিলহি। সুৰেশৰ মাকে বৰুৱাক ভাইশহুৰ বুলি মানে। আগত নোলায়। সম্পূৰ্ণ নিৰাপদ আশ্ৰয়।

এই সুবিধাজনক অৱস্থানত থাকি বৰ-মাকৰ মুখ দুগুণ চলিবলৈ ধৰিলে। খুব সুন্দৰ যুদ্ধ-কৌশল। কথাটো মনত পৰাত ইমান দিনৰ মূৰতো সুৰেশৰ মুখত হাঁহি ওলাই পৰিল।

সুৰেশৰ ইনফ্লুয়েঞ্জাৰ দৰে হৈছিল। ঘৰতেই আছিল। সত্যেনহঁতৰ



ঘৰতনো কোনে কেঁকাই আছে? তেওঁ কাণপাতি ভালকৈ শুনিবলৈ চেষ্টা কৰিলে। খবৰটো লব লাগে। মাকে হাক দিলে—"অসুখৰ গা ক'লৈ যাব?"

"এতিয়াই আহিম।"

পেটৰ বিষত সত্যেনে কেঁকাই আছে। অসহ্য যন্ত্ৰণা। তেওঁৰ নাড়ীৰ প্ৰতিটো স্পন্দনৰ লগত তাল ৰাখি বিষটোৱেও ধপ্‌ধপ্ কৰি আছে। ধপ্, ধপ্, ধপ্। বিষটোৰ যেন নিজৰ প্ৰাণৰ স্পন্দন। ইয়েই যেন সত্যেনৰ সকলো ভঙ্গীক নিয়ন্ত্ৰিত কৰি আছে।

অসহ্য! সত্যেনে শূন্যতে হাত এখন বৃত্তাকাৰে ঘূৰাই আনিলে। উহ্। তেওঁৰ অস্তিত্বৰ সকলোখিনিয়ে পেটত আহি কেন্দ্ৰীভূত হৈছে। চেতনাৰ সকলো আঁহ। ধপ্, ধপ্, ধপ্। নিৰ্দিষ্ট ছন্দত বিষটোৱে সদৰ্পে নিজৰ অস্তিত্ব ঘোষণা কৰি আছে। উহ্। বিষৰ ছন্দৰ লগত তাল ৰাখি সত্যেনে কেঁকাই আছে।

সুৰেশে গৈ দেখিলে যে এটা ভয়ঙ্কৰ শক্তিৰ সম্মুখত আঁঠুকাঢ়ি সেৱা কৰাৰ ভঙ্গীৰে সত্যেনে বিচনাত পৰি কেঁকাই আছে।

"কি হৈছে?"

সত্যেনৰ একো এটা বস্তুত দৃষ্টি নিবদ্ধ কৰাৰ শক্তি নাই। তেওঁ আকৌ এবাৰ মুখৰ আগত শূন্যতে বৃত্তাকাৰে হাতখন ঘূৰাই ললে।

সুৰেশে হৰেনক সুধিলে—"কি? হৈছে কি?"

"কবতো পৰা নাই। কিছুদিন ধৰি পেটৰ গণ্ডগোল চলি আছে। কেতিয়াবা অলপ বিষায় বুলি কয়। আজিহে দেখোন বৰ বেছি হৈছে। ছট্‌ফট্ কৰি আছে। শিৱনাথবাবুৰপৰা দৰব আনি দিছোঁ। পেটৰ বিষ নহব? খোৱা-বোৱাৰ কোনো ঠিক নাই।"

শিৱনাথবাবু স্থানীয় স্কুলৰ শিক্ষক। অলপ-অচৰপ অসুখত হোমিওপেথিক দৰব দিয়ে। চখৰ কাম।

"ওহোঁ, নহব। বিধুবাবুক মাতি আন। মোৰ কথা কবি। সোনকালে যা।"

হৰেনে ইতস্ততঃ কৰিবলৈ ধৰিলে। বিধুবাবু চহৰৰ আটাইতকৈ নাম থকা ডাক্তৰ। চিকিৎসাও অতিশয় ব্যয়সাপেক্ষ। সুৰেশে খৰখেদা লগালে।

"কি চাই আছ? যা সোনকালে।"

"বিধুবাবুক আনিলে দেখোন বহুত টকা লাগিব।"

"হেইট্।"

সুৰেশ ৰায়চৌধুৰীয়ে ইমান জোৰে চিঞৰি উঠিল যে সত্যেনৰ বিষৰ ছন্দটোৰ এটা তাল কাটি গ'ল। সত্যেনৰ মাকেও শঙ্কাত এখোজ আগুৱাই আহিল।

"যি কৈছোঁ, তাকে কৰ। নোৱাৰ যদি মই নিজে যাওঁ।" সুৰেশে সকলো দায়িত্ব নিজৰ হাতত তুলি ললে।

বিধুবাবুৰ পৰামৰ্শমতে খৰধৰ কৰি সুৰেশে সত্যেনক হস্পতাললৈ লৈ গ'ল।

হৰেনে ইমান হুলস্থুল কৰাৰ প্ৰয়োজন সম্বন্ধে অলপ সন্দেহ প্ৰকাশ কৰিছিল। সুৰেশে একো উত্তৰ নিদি জ্বলন্ত দৃষ্টিৰে তাৰ ফালে চালে। পিচে এই দৃষ্টিৰ অন্তৰালত আছিল শাৰীৰিক শক্তি প্ৰয়োগৰ ইঙ্গিত আৰু তাক বহু কষ্টেৰে প্ৰতিৰোধ কৰাৰ প্ৰয়াস।

ভাগ্য ভাল বুলিয়েই কব লাগিব। পলম কৰিলে সত্যেনক ৰচোৱা টান আছিল। তেওঁৰ যি হৈছিল ডাক্তৰি ভাষাত তাক কয় চাইলেণ্ট ৰাপ্চাৰ অব পেপ্টিক আল্চাৰ। ততালিকে অস্ত্ৰোপচাৰৰ প্ৰয়োজন।

ডাক্তৰে কলে যে সত্যেনক গেৰামাইচিন দিব পাৰিলে ভাল আছিল। ভাল আছিল নহয়, অত্যাৱশ্যক।

"পালে 'বৰুৱা ফাৰ্মাচী'ত পাব পাৰে।"

সুৰেশে হৰেনক পঠিয়ালে। হৰেন খালী হাতে ঘূৰি আহিল। সুৰেশে প্ৰশ্ন কৰিলে—"আনিলি?"

"নাই, মানে...।"



"নাপালি? মস্কিল হ'ল। তই তেনেহলে আজিয়েই আবেলিৰ প্লেনত কলিকতালৈ যা। মই টিকেটৰ ব্যৱস্থা কৰিম।"

"নহয়। 'বৰুৱা ফাৰ্মাচী'ত আছে পিচে অসম্ভৱ দাম দেখোন। এক ফাইলৰ দাম আঠচল্লিশ টকা। ইমান সৰু এক ফাইল!"

"ভাগ্য ভাল। পোৱা গৈছে। সোনকালে লৈ আন। আকৌ নোহোৱা হব।"

সুৰেশ ৰায়চৌধুৰীয়ে যেতিয়া যি কামত লাগে সেই কামতেই মগ্ন হৈ যায়। এইকেইদিন তেওঁ সত্যেনক লৈয়ে ব্যস্ত আছিল। গৱেষণাগাৰৰ ফালে চকু দিব পৰা নাই। তেওঁৰ সহকাৰী ডঃ দাসে এবাৰ আহি তেওঁক খবৰ দিলে যে তেওঁলোকে পৰীক্ষাগাৰৰ কাৰণে লোৱা বিলয়নত ভৱামতে অৱক্ষেপণ হৈছে। এইটো এটা গুৰুত্বপূৰ্ণ কথা। ৰায়চৌধুৰীয়ে ডঃ দাসক পৰীক্ষাটো চলাই যোৱাৰ কাৰণে প্ৰয়োজনীয় নিৰ্দেশ দিলে। ডঃ দাসে নিৰ্ধাৰিত সময়ৰ বেছি এক মিনিটো গৱেষণাগাৰত থাকিব নোখোজে। সিদিনা তেওঁ গোটেই ৰাতি গৱেষণাগাৰত থাকি কাম কৰি গ'ল। ডঃ দাসে এই প্ৰথম মনৰ আনন্দত সহজভাৱে কাম কৰি গ'ল। পাচফালে থিয় হৈ সমালোচকৰ দৃষ্টিৰে কোনেও তেওঁৰ ফালে চাই থকা নাই। মনৰ আনন্দত মাজৰাতি তেওঁক "কাঞ্চাৰে, কাঞ্চীৰে" বুলি গান গাই থকাটো অৱশ্যে কোনেও শুনা নাছিল।

সত্যেনৰ কথা লৈ আশঙ্কাৰ আৰু কাৰণ নাই। সঙ্কট পাৰ হৈ গৈছে। সুৰেশৰ মনটো খুব ভাল। খুবেই ভাল। তেওঁ এক নতুন ধৰণৰ আনন্দ উপলব্ধি কৰি আছে।

বাস্তৱিকতে তেওঁ সকলোৰেপৰা বহু দূৰলৈ আঁতৰি গৈছিল। কোনো মানুহৰ লগত তেওঁৰ আত্মিক সম্বন্ধ নাছিল। সঁচাই তেওঁ অকলশৰীয়া হৈ পৰিছিল।

কিছুদিন আগতে ঘৰত পোন্ধৰ-ষোল বছৰীয়া ল'ৰা এজনক দেখি তেওঁ সুধিলে—"তুমি কোন?"

থত্‌মত্‌ খাই ল'ৰাজনে আচল প্ৰশ্নৰ উত্তৰ নিদি কলে—"মই আজি আইতাৰ লগত আহিছোঁ।"

সুৰেশে উত্তৰ শুনি অলপ বিৰক্ত হ'ল। "কোন আইতা?"

হঠাতে তেওঁৰ মনত পৰিল মাক ভনীয়েক অমলাৰ ঘৰলৈ গৈছিল। আজি বোধহয় আহিছে। তাৰ মানে ল'ৰাজন হ'ল অমলাৰ ল'ৰা। অৰ্থাৎ তেওঁৰ ভাগিন। বেছ ডাঙৰ হৈছেতো।

তেওঁ সুধিলে—"কি পঢ়া?"

"এইবাৰ স্কুল লিভিং চাৰ্টিফিকেট পৰীক্ষা দিম।"

"বাঃ।"

বাস্তৱিকতে কাৰো লগত তেওঁৰ কোনো সম্বন্ধ নাছিল।

সত্যেনক দুই-এদিনতে হাস্পতালৰপৰা যাবলৈ দিব। সুৰেশে তেওঁৰ কোঠাত বহি তেওঁৰ লগত বহু সময় ধৰি কথা পাতে। ইমান কি কথা কয় সেই লৈ বাকীবোৰে সকৌতুকে জল্পনা-কল্পনা কৰে। কাৰো লগত একাষাৰ কথা নোকোৱা মানুহজনে সত্যেনৰ লগতনো কি ইমান কথা পাতিব পাৰে?

আৰু আচৰিত কথা মানুহে প্ৰায়ে তেওঁক হাঁহি থকা দেখে। খংটো অৱশ্যে এতিয়াও টিকিচকৈ উঠে। হাস্পতালৰপৰা হাঁহিমুখে বাহিৰ ওলাই অহাত হৰেনে তেওঁক মাত লগালে—

"ডাঙৰ দাদা।"

হৰেনক শাসন কৰাৰ পিচত এই প্ৰথম হৰেনে তেওঁক আকৌ 'ডাঙৰ দাদা' বুলি সম্বোধন কৰিলে।

সুৰেশে জ্বলন্ত দৃষ্টিৰে তাৰ ফালে চাই ডাবি দি উঠিল:

"চুপ। দাদা বুলি নামাতিবি। মই কিহৰ দাদা? মোৰ দেউতা তোৰ নিজা মোমায়েৰ নে বৰ-দেউতাৰ? তহঁতৰ লগত আমাৰ কি সম্বন্ধ?"

গালি খাই হৰেনে মিচিক-মাচাককৈ হাঁহিবলৈ ধৰিলে। ডাঙৰ দাদাৰ যিহে মেজাজ। এই বুঢ়া বয়সত মাৰ খাবলগীয়া হব পাৰে। মনে মনে থকাই বুদ্ধিমানৰ কাম।



॥ প্ৰত্যাশা ॥

আৰু তিনিখন দলং পাৰ হলেই ৰেলখন মধুপুৰ ষ্টেচন পাবগৈ। দুখন পাৰ হলেই। অতি পৰিচিত পৰিবেশ। ভেৰভেৰিৰ বিল পাৰ হৈ কেতুইতৰ গাওঁ, শাৰীকৈ লগোৱা জবাফুলৰ গছ, পৰিত্যক্ত ইটাৰ ভাটা। লগ-লগৰীয়াৰ লগত কিমান দিন এইবোৰ ঠাইত হাঁহ চিকাৰ কৰিবলৈ আহিছিলোঁ; কেতিয়াবা এনেয়ে ফুৰিবলৈ আহিছিলোঁ।

দূৰৱৰ্তী সঙ্কেত-দণ্ড পাৰ হৈ ৰেলগাড়ীখন জোকাৰ এটা মাৰি ষ্টেচনৰ ফালে আগবাঢ়িল।

মই আজি প্ৰায় দহ বছৰৰ মূৰত মধুপুৰলৈ আহিছোঁ। কিন্তু কিয়? ফুৰিবলৈ? উহুঁ। কাৰণটো যথেষ্ট যুক্তিপূৰ্ণ নহয়। পৈতৃক মাটি-বাৰীৰ ব্যৱস্থা এটা কৰিবলৈ? কোনে মাটি-বাৰী লৈ পৰোৱা কৰে? জন্মস্থান? শৈশৱৰ আৰু যৌৱনৰ অসংখ্য স্মৃতিৰ হাত-বাউলি? আজি-কালিৰ মানুহৰ মনত এইবোৰ অনুভূতিয়ে জানো কাম কৰে? তেনেহলে?

ঘৰটো আছে নিশ্চয়। অৱস্থা বা কি হৈ আছে? ককাইদেৱেহে এইবোৰ খা-খবৰ ৰাখে। তেওঁ ডিব্ৰুগড়ত ঘৰ-বাৰী কৰিছে। তাতেই থাকে। মধুপুৰৰ ঘৰটো থকা মানেই তেওঁৰ কাৰণে এটা অবাঞ্ছিত দিগদাৰি। কথা এটা মনত পৰি ইমান দিনৰ মূৰতো মোৰ কাণ-দুখন গৰম হৈ উঠিল। আমাৰ মাটিৰ সীমাতে আছিল এজোপা কদম গছ। মহিম খুৰাই গছজোপা কাটিবৰ কাৰণে মানুহ লৈ আহিছিল। জঁপ মাৰি ওলাই গলোঁ। হুলস্থুল কৰি তেওঁৰ মানুহ দুজনক খেদিলোঁ। মহিম খুৰা ঠাণ্ডা মেজাজৰ মানুহ। তেওঁ আহি যুক্তি দেখুৱাবৰ চেষ্টা কৰিলে। দেউতাৰ নাম কৰি কলে, "দাদাই মোক

কৈছিল—'মহিম, এই গছজোপা তোমাৰ।' তুমি এইবোৰ কথা নাজানা, মাৰাক সুধিলে কব। গণ্ডগোল নকৰিবা। মই মানুহ দুজনক পঠিয়াই দিওঁ।" মই হুঙ্কাৰ দি উঠিলোঁ, "আহকচোন, কোন কোন আহে গছ কাটিবলৈ? যিয়ে হাত দিব তাকেই কাটি দুডোখৰ কৰিম।"

সঁচাকৈ সেই মুহূৰ্তত জোৰকৈ কোনোবাই আগবাঢ়ি আহিলে কি কৰিলোঁহয় কব নোৱাৰোঁ। আৰু আজি? আমি গা এৰা দিছোঁ। মাটি-বাৰী এতিয়া ককাইদেউৰ ডিঙিত লাগি আছে। বিক্ৰী কৰাৰ চেষ্টাত আছে। গ্ৰাহক নাই। সেই কদম গছজোপা বাৰু আছে নে? শেষ পৰ্য্যন্ত কোনোবাই কাটিলে নেকি?

ৰঘুনন্দন লগতে আহিবলৈ ওলাইছিল। তাক নিৰস্ত কৰিবলৈ অলপ টানকৈ কবলগা হ'ল। সি বেয়া পালে। বহুত দিনৰপৰা মোৰ লগত থাকি বেছ মাতব্বৰ হৈ উঠিছে। তাৰ ধাৰণা সি মোৰ আলপৈচান ধৰি নাথাকিলে মোৰ কপালত অশেষ দুৰ্গতি। গাড়ীখনো নানিলোঁ। গাড়ী-ঘোঁৰা, পিয়ন-চাপ্ৰাচী লৈ মহাড়ম্বৰ কৰি আহিলে মোৰ অহাৰ আচল উদ্দেশ্যটোৱেই মাটি হব। মধুপুৰৰ মানুহে সহজ-ভাৱে মিলিবলৈ সঙ্কোচ কৰিব পাৰে।

ক'ত উঠিম, কিমান দিন থাকিম, একো ঠিক কৰি অহা নাই। আপোন মানুহ, আত্মীয়-স্বজন, বন্ধু-বান্ধৱ কোন আছে কোন নাই তাকো ভালকৈ নাজানো। যিকেইজন আছে সিহঁতৰ লগতেইবা মই কিমানখিনি সম্বন্ধ ৰাখিছোঁ? অলপ সাহিত্য কৰি কবলৈ হলে কব পাৰি যে আমি ভিন্ন গ্ৰহৰ প্ৰাণী। কথাটো মিছাও নহয়। মধুপুৰৰ মানুহৰ দৈনন্দিন জীৱনত মোৰ স্থান নাই, থাকিব নোৱাৰে। তেওঁলোকৰ মনৰ আশা-আকাঙ্ক্ষা, সুখ-দুখ, কোনো অনুভূতিৰ আলোড়নৰ তৰঙ্গোচ্ছ্বাসে ইমান দূৰলৈ আহি মোক চুব নোৱাৰে। মই আজি বহু দূৰলৈ আঁতৰি গৈছোঁ। ভৌগোলিক দূৰত্বতকৈ মানসিক দূৰত্ব বহু, বহু বেছি। আমি আজি সম্পূৰ্ণ অপৰিচিত।



ষ্টেচনত নামি কব নোৱাৰাকৈ মই অলপ উত্তেজনা বোধ কৰিলোঁ, মনটোও অলপ উখল-মাখল লাগিল। এই বয়সত এই ধৰণৰ বৈষ্ণৱ পদাৱলীত বৰ্ণোৱা অনুভূতি নিজে অনুভৱ কৰাৰ কোনো অৰ্থ নহয়। অলপ অপ্ৰতিভ হলোঁ। লগত বস্তু-বাহানি বিশেষ একো নাই। চাইকেল-ৰিক্সা যি দুই-এখন আছিল, যাত্ৰী লৈ গুচি গ'ল। হাত-বেগটো দাঙি লৈ খোজকাঢ়িবলৈ ধৰিলোঁ। ৰাস্তা-ঘাটৰ বিশেষ একো পৰিৱৰ্তন হোৱা নাই; ঘৰ-দুৱাৰো প্ৰায় একেধৰণেই আছে।

গগন দাদাক ঘৰৰপৰা ওলোৱা দেখি আগবাঢ়ি গলোঁ।

"দাদা।"

গগন দাদা থমকি বৈ গ'ল। এই দহ বছৰে মানুহজন একেবাৰে বুঢ়া হৈ গৈছে। মোতকৈ বৰ বেছি তিনি বছৰমানহে ডাঙৰ হব। জানো? ময়ো হয়তো বুঢ়া হৈছোঁ, নিজে গম নাপাওঁ! অইন মানুহে ঠিকেই দেখে। কাণ্ড-কাৰখানা দেখি হাঁহেও কিজানি।

"কোন? ও, বাপধন দেখোন। কেতিয়া আহিলি?"

"কোৱাচোন, তোমালোকৰ খা-খবৰ কেনেকুৱা।"

"এই আছোঁ একপ্ৰকাৰ। থাকিবি নহয় কেইদিনমান? বাৰু লগ পাম পিচত।"

"ইমান হন্তদন্ত হৈ যোৱা ক'ত?"

"ধনপতি পণ্ডিতৰ তালৈ এপাক যাব লাগে। কেঁচুৱাটোৰ মুখত ভাত দিব খুজিছোঁ। দিন এটা চোৱাব লাগে। যাওঁ বাৰু। পিচত লগ পাম।"

ধনপতি পণ্ডিত পলাই নাযায়। ইমান লৰালৰিখনৰ কি প্ৰয়োজন? মনটো অলপ বেয়া লাগিব খুজিছিল। নিজকে নিজে ধমক দি উঠিলোঁ। কি কৰিব লাগিছিল গগন দাদাই? মোক দেখা পাই দুয়োহাত দাঙি ঊৰ্দ্ধবাহু হৈ মাজবাটতে নৃত্য আৰম্ভ কৰি দিব লাগিছিল নেকি?

ৰাধিকা চক্ৰৱৰ্তীয়ে চাইকেলৰপৰাই ভ্ৰূ নচুৱাই দিলে।

"বাপধন নেকি? কেতিয়া আহিলা?"

উত্তৰ শুনাৰ আগতেই মানুহজন পাৰ হৈ গ'ল।

আগবাঢ়িলোঁ। ঘৰ-দুৱাৰবোৰ প্ৰায় একেধৰণে আছে। কেৱল আগতকৈ জীৰ্ণ হৈ পৰিছে। বহু বছৰ ধৰি মেৰামতি নহলে, চূণ-তেল নপৰিলে যিটো অৱস্থা হয়। কৃষ্ণ বৰুৱাৰ ঘৰটো এফালে কাতি হৈ বাগৰি পৰোঁ পৰোঁ হৈ আছে।

চাৰুৰ দোকানৰ অৱস্থা দেখি আচৰিত হৈ গলোঁ। চাৰুৰ দেউতাকৰ বেছ ডাঙৰ আৰু জাক-জমকপূৰ্ণ দোকান আছিল। মেট্ৰিক পৰীক্ষাত ফেল কৰি চাৰুও দোকানতেই লাগিল। এই দোকানখন আছিল আমাৰ আড্ডাখানা। পুৱা-গধূলি দোকানলৈ এপাক নাহিলে মনত শান্তি নাছিল। আমাক লগ ধৰিবলৈ হলে চাৰুৰ দোকানত বিচাৰিলেই হ'ল। মাই কেতিয়াবা কৈছিল—'এই ধৰষুণৰ বতৰত ক'ত যাব? এদিন চাৰুৰ দোকানত নগলে ভাত হজম নহয় তইতৰ? কিনো মধু আছে তাত?'

চাৰুৱে অকলে আড্ডা জমাই ৰাখিছিল। আড্ডা ভালকৈ জমি উঠিলে থকা বস্তুও নাই বুলি কৈ গ্ৰাহকক বহুত দিন খেদিছে।

চাৰুৱে চকী এখনত ভৰি তুলি বহি আকাশৰ ফালে চাই আছে। ইন্দ্ৰনাথ আৰু উমাকান্ত গাদীত উদাসভাৱে বহি আছে। দোকানত বস্তু-বাহানি একো নাই। আলমাৰিকেইটা খালী, আইনাবোৰ ভগা। ঘৰটোৰ পৰিবেশত ক'তো নাই সামান্যতম উজ্জ্বলতা। মোক দেখি সৰব অভ্যৰ্থনা কৰিব লাগিছিল নেকি? মই কি সেইটোৱে আশা কৰিছিলোঁ? কোনেও একো নামাতিলে। নিজেই কিবা অপ্ৰস্তুত হৈ পৰিলোঁ।

"কি অ', চাৰু?"

"বহ, কেতিয়া আহিলি?"

আকৌ নীৰৱতা।

"দোকানৰ কামকৰা ল'ৰা এটাক মাতচোন। চাহ খোৱা যাওক।" দুটকীয়া নোট এখন জেপৰপৰা বাহিৰ কৰিলোঁ। চাৰুৱে নোটখন



হাত মেলি ললে। লওক। কিন্তু সি দেখোন মাখনৰ চাহৰ দোকানৰ ফালে নিজেই আগবাঢ়ি গ'ল।

ইন্দ্ৰনাথক সুধিলোঁ—"দোকানৰ অৱস্থা এনেকুৱা হ'ল কিয়?"

"মনোহাৰী দোকান কি চলিব ইয়াত? মানুহৰ খোৱামুঠিয়ে যোগোৱা টান, মনোহাৰী বস্তু কিনে কোনে?"

পেকেটত এটা মাত্ৰ চিগাৰেট আছিল।

"ৰবি, চিগাৰেট এক পেকেট লৈ আহোঁ।" ইন্দ্ৰনাথে হাক দিলে, "নালাগে নালাগে। আমি বিৰিহে খাওঁ। হৰেন, দেচোন এটা আছে যদি। আমি কেনেকৈ চিগাৰেট খাম অ'? আমিতো আৰু তোৰ দৰে মাহে পাঁচ-ছশকৈ টকা দৰ্মহা নাপাওঁ।"

নাই, নহ'ল। আমি দহ বছৰে বহু দূৰলৈ আঁতৰি গৈছোঁ। ইমান দূৰৰপৰা কোনেও কাৰো কথা নুশুনো। শব্দহীন ভঙ্গীৰ বেলেগ অৰ্থ কৰি নিজকে অশান্ত কৰি তুলিম। মই যে মাহেকত এহেজাৰতকৈ বেছি টকা পাওঁ সেইটো কথা কোৱাৰ কোনো অৰ্থ নাই। চাহকাপ খাই উঠিলোঁ। অলপ ক্লান্তি বোধ কৰিছোঁ। সমুখত খালী ৰিক্সা এখন পাই তাতেই উঠিলোঁ।

যতীনদা আৰু বিমলা বৌৰ কথা মনত পৰিল। শুদ্ধ আৰু সুন্দৰ অনুভূতিৰ এটা বিশেষ আকৰ্ষণ আছে। ঘৰৰ বাতাবৰণটোকেই স্নিগ্ধ আৰু শান্ত কৰি তোলে। যতীনদাৰ প্ৰত্যেকটো বাক্যতেই এটা 'তোৰ নবৌ' এই কথাটো আছিল। আমি হাঁহিছিলোঁ কিন্তু হাঁহিটো আছিল নিৰ্মল। যতীনদাই ভাল পাব, বিমলা বৌৱেও ভাল পাব। যতীনদাৰ তাতেই উঠিব লাগিব। অইনৰ তাত উঠিলে তেওঁলোকে মিছাকৈ খং কৰিব, কথা শুনাব।

যতীনদাক দেখি মই চঁক্ খাই উঠিলোঁ?

"কি হৈছে তোমাৰ?"

"কি আৰু হব? একো হোৱা নাইতো।"

"বৌ ক'ত?"

যতীনদাৰ মুখখন ক'লা পৰি গ'ল।

"নাই।"

শঙ্কিত হৈ উঠিলোঁ। "নাই? নাই মানে?"

"নাই মানে আৰু কি? মাকৰ ঘৰত আছে।"

"ও, তাকেই কোৱা।" মই স্বস্তিৰ নিশ্বাস এৰিলোঁ। আচল খবৰ পালোঁ অনিলৰ তাতেহে। বৰ যেন এটা ৰসৰ কথা।

"মাকৰ ঘৰত নাথাকি কি কৰিব? ইয়াত থাকি সদায় মাৰ খাই খাই মৰিব নেকি?"

"কোনে কাক মাৰে?"

"লোকৰ তিৰীক অইন কোনে মাৰিবলৈ যাব অ'? গধূলি মদ এটোপা খাই ললে বাবুৰ যিটোহে মূর্তি হয়।"

"কোনে মদ খায়?"

"ধেৎতেৰি। তোৰ লগত কোনে কথা কয় অ'? ভিতৰত বহুত কথা আছে। বাহিৰত থাক, কি খবৰ ৰাখিবি?"

মোৰ খবৰৰ কোনো প্ৰয়োজন নাই। আচল কথা ধুনীয়া ছবি এখন ছিঙি গ'ল, সুন্দৰ এখন আলেখ্য।

অনিলক সুধিলোঁ—"কচোন, তোৰ কি খবৰ, ক।"

"কি আৰু খবৰ হব? ইয়াত থাকি কিটোনো আৰু হব? প্ৰত্যেকৰে অৱস্থা কাহিল। কোনোৰ কমে কল্‌ঢপ্‌-কল্‌ঢপ্‌কৈ জীয়াই আছে। তহঁতে ভাল কৰিছ। ইয়াত থকাবোৰৰ কাৰো একো নহয়।"

"তোৰ ডাঙৰ ল'ৰাটো বেছ ডাঙৰ হ'ল, নহয়? কোন ক্লাছত পঢ়ে?"

অনিলৰ চকুহাল চল্‌চলীয়া হৈ পৰিল। গম্ভীৰ হৈ কিছুপৰ বহি থাকিল; পিচত গম্ভীৰভাৱেই কলে—"নাই সি। পাঁচ বছৰেই হ'ল। টাইফয়েড্‌ হৈছিল। বহু চেষ্টা কৰিও বচাব নোৱাৰিলোঁ।"

মোৰ নিজৰ গালতে ঠাচ্‌ কৰে চৰ এটা মাৰিবৰ মন গ'ল। পুৰণি ছিঙা সূতা জোৰা দিবলৈ গলেই তাক জোৰা দিব পাৰি জানো?



মানুহক কিবা কথা সুধিবলৈকে ভয় লগা হ'ল। জীৱন চলমান। স্থিৰ হৈ ৰৈ থকা নাই। দহ বছৰৰ পুৰণি কেলেণ্ডাৰ এখন চাই দিন-বাৰ মিলাব খুজিলে বিড়ম্বনা বোধ নকৰি উপায় নাই।

লক্ষ্মীদাই কলে—"বহ।" বহিলোঁ। একেটাই কথা। মধুপুৰৰ দুৰৱস্থাৰ কথা। ছোৱালীজনীয়ে চাহকাপ আনি দিলে। লক্ষ্মীদাই তাইক কলে—"মাৰক মাতচোন, বাপধন মামা আহিছে।"

তাই কলে—"মাই ভাইটিক শুৱাই আছে।"

কথা-বতৰা আমাৰ অতি সোনকালেই শেষ হৈ গ'ল। দুয়ো মনে মনে বহি থাকিলোঁ। নীলা ওলাই নাহিল। আধা ঘণ্টা পিচত লক্ষ্মীদাই আকৌ এবাৰ চিঞৰি উঠিল—"এই মাইকণ, মাৰক মাত। বাপধন মামাৰ যায়।"

"ম'ৰ দেখোন টোপনি আহিছে।"

"কোনে কলে তোক?"

"হুঃ, নাক ঘোৰ্‌ঘোৰাই আছে। শুনা নাপাওঁ মই?" লক্ষ্মীদাই ভোৰ্‌ভোৰাই উঠিল—"কেঁচুৱাক শুৱাওঁতে নিজেও শুলে। কি যে টোপনি হৈছে এইজনীৰ কবই নোৱাৰোঁ। ৰ, মাতি দিওঁ।"

মই সসব্যস্ত হৈ কলোঁ—"নালাগে, নালাগে। যাওঁ মই। বহুত ৰাতি হ'ল।"

শঙ্কৰে কলে—"বুজিছ, গোটেইখিনিয়েই হ'ল অর্থনৈতিক কথা। যতীনদাৰ পৰিবাৰৰ পলায়ন, পলায়ন বুলিয়েই কোৱা; অনিলৰ ল'ৰাৰ মৃত্যু, গোটেইখিনি হ'ল অর্থনৈতিক ব্যৱস্থাৰ ফল। মাটি-বাৰীৰ উপার্জন নাই। জীৱন-যাত্ৰা চলোৱা টান। মানুহৰ মেজাজ কাহাতক ঠিক থাকে। মাটিৰ ক্ষতিপূৰণৰ টকাখিনি একেলগে হাতত পাই যতীনদাই ঠিকাদাৰী কৰিবলৈ ললে। জনমত কেতিয়াও একো কাম কৰি পোৱা নাই, এই মাজ-বয়সত ব্যৱসায় কৰিম বুলিলেই কৰিব পাৰে নে? ইমানবোৰ টকা একেলগে হাতত পাই মুৰটোও

ঘূৰি গ'ল। দুদিনতে ক'ৰ টকা ক'ত গ'ল, কোনে খালে, কি হ'ল কি পাত্তা? উৰহৰ খণ্ডত ভগা ঢাৰিত কোব! অইননো কাক বীৰত্ব দেখুৱাব? নিজৰ জীৱনৰ ব্যৰ্থতাৰ আক্ৰোশ তিৰীৰ ওপৰত জাপি নিদিলে আৰু কাক পাব? মদ খাই তিৰীক কোবালে তথাপিও মনত অলপ শান্তি। অইনৰ কি? মদ খাই হুলস্থুল কৰিলে পৰিবাৰেহে হাক দিব, আপত্তি কৰিব। কাজেই মাৰ তাইক, দে ভালকৈ এশিকনি। অনিলহঁত সাত ভাই। মাটি-বাৰী ভাগ হৈ ভাগত যিখিনি পৰিছে তাকেদি চলে কেনেকৈ? ধানকেইটা পায় কাৰণে ভাতকেইটা খাই আছে। ভালকৈ চিকিৎসা কৰা হলে আজিকালিৰ দিনত টাইফয়েডত কোনোবা মৰে নে?"

শঙ্কৰ আৰু মই পিচদিনা নৈৰ পাৰত বহি কথা পাতি আছোঁ। তীক্ষ্ণ বুদ্ধিৰ ল'ৰা এই শঙ্কৰ। একেলগে পঢ়িছিলোঁ। ক্লাছত মই কেতিয়াও তাক বলে নোৱাৰিছিলোঁ। সি সদায় প্ৰথম, মই দ্বিতীয়। শঙ্কৰৰ কথাৰপৰা বুজিলোঁ মধুপুৰৰ আৰু একো উন্নতি নাই, আশাও নাই। ব্যৱসায়-বাণিজ্য নাই, কল-কাৰখানা নাই, চৰকাৰী অফিচ-কাচাৰী নাই। মাটি-বাৰীক কেন্দ্ৰ কৰি গঢ়ি উঠা সমাজ-ব্যৱস্থাত ভাঙন ধৰিছে। ইমান দিনে সুৰক্ষিত জীৱনযাপন কৰি মানুহৰ উদ্যম নাই। নতুনভাৱে জীৱনযাত্ৰা আৰম্ভ কৰাৰ চেষ্টা নাই, শিক্ষা নাই, শক্তিও নাই। সোঁতত গা এৰি দি ভাহি গৈ আছে।

শঙ্কৰৰ বিশ্লেষণ ঠিক। মধুপুৰ আজি নিৰ্জীৱ; উচ্ছল প্ৰাণৰ মুক্ত স্পন্দন তাত নাই। শঙ্কৰৰ বুদ্ধি অতি তীক্ষ্ণ। সমাজৰ বিপৰ্য্যয়ৰ মূল কাৰণটো ঠিকেই ধৰিছে। সি কলে—"আকৌ, ডেকাচামে তৃতীয় বিভাগত মেট্ৰিক পৰীক্ষা পাছ কৰি চহৰৰ অফিচত কেৰাণী কাম এটা পোৱাৰ ধাণ্ডাত ঘূৰি ফুৰে। মই ইহঁতক কওঁ, ড্ৰাইভাৰৰ কাম কৰ, মিস্ত্ৰীৰ কাম কৰ, যি হয় কিবা এটা কৰ।"

ঠিক কথা। আগৰ ভেম লৈ থাকিলে নহব। নতুন অৱস্থাৰ লগত নতুন ডেকাচামে খাপ খুৱাই লব লাগিব।



শঙ্কৰক সুধিলোঁ—"তই এতিয়া কি কৰিছ?"

সি একো উত্তৰ নিদিলে। মোৰ কথাষাৰ নুশুনিলে বোধহয়। সি মোক যতীনদাৰ ঘৰলৈ আগবঢ়াই দিলে। ইমান দিন পিচত মোক পাই এৰিব খোজা নাই। মোৰ ভাল লাগিছে, মধুপুৰত সিয়েই মোৰ লগত অলপ মন খুলি কথা পাতিছে। বাকীবোৰে দেখোন কিবা কথাই পাতিব নোখোজে। ভেম নহয়, কিবা যেন গভীৰ আলস্য। বেছ ভাল লাগিছে; শঙ্কৰক পাই মোৰ বেছ ভাল লাগিছে।

"বাৰু যাওঁ।"

"যা।" সি ফিৰিল, কিন্তু অলপ দূৰ গৈয়েই আকৌ উভতি আহিল। হঠাতে পিঠিত থাপৰ এটা মাৰি কলে—"চাওঁ, দেচোন পাঁচটা টকা দে। তোৰ টকাৰ কি চিন্তা। আজি তোৰ সৌজন্যত ভাল মালকে এটোপা ধৰোঁ। দেশী খাই খাই পেট ঘোলা হৈ গৈছে।" মই নিশব্দে জেপৰপৰা পাঁচটা টকা বাহিৰ কৰি তাৰ হাতত দিলোঁ।

সি কলে—"বেয়া পালি নেকি?"

"নাই।"

"বেয়া পাইছ যদি নালাগে।"

"নাই।"

"সঁচাই কচোন, বেয়া পোৱা নাইতো?"

"নাই।"

যতীনদাই মোক দেখি উচ্ছ্বসিত হৈও উঠা নাই, বিৰক্ত হৈছে বুলি দেখুৱাও নাই। আজি আহি দেখিলোঁ বেছ গৰম হৈ আছে। কালি ভালেই আছিল। গেৰেলাক মাতি মই যেতিয়া ভাত খাওঁ দিবলৈ নিৰ্দেশ দিলে। তেওঁ হেনো ভাত-পানী নাখায়। মই ভাত খাই থাকোঁতে শুনিলোঁ তেওঁ ভোৰ্ভোৰাই আছে। তেওঁ কাকো খাতিৰ কৰি চলা বিধৰ মানুহ নহয়। তেওঁ কাৰোবাৰ খায়, নে কাৰোবাৰ পিন্ধে? নিজৰ ঘৰত তেওঁৰ যি ইচ্ছা তাকেই কৰিব। কোনেও যেন তেওঁক মাতিবলৈ নাযায়। কথা ভাল নহব। তেওঁ

কাকো খাতিৰো নকৰে, ভয়ো নকৰে। কোনোবা যদি ডাঙৰ চৰকাৰী চাকৰিয়াল আছে তো নিজৰ তাতেই আছে। তেওঁৰ কি? চৰকাৰী চাকৰিয়ালৰ ভয়ত তেওঁ পেপুৰা লাগিব নেকি?

ক্ৰমাৎ যতীনদাই অধিকতৰ উত্তেজিত হৈ উঠিবলৈ ধৰিলে। মই বিচনাত পৰিলোঁ। কাইলৈ বাতিপুৱাই যামগৈ। সোনকালে উঠিব লাগিব।

মধুপুৰত মই কি পাম বুলি আশা কৰিছিলোঁ? গছ এজোপাক উভালি তুলিলে কি তাৰ পুৰণি ঠাইৰ কথা মনত পৰে? কিন্তু গছজোপাক উভালিলে কোনে? শিপাবোৰ ছিঙিলে কোনে?

অৱশ্যে ঘৰত বহি মোৰ অলপ বিৰক্তি লাগিছিল। মোৰ পৰিবাৰ বেছ দক্ষতাসম্পন্ন মহিলা। মই তেওঁক লৈ গৰ্ববোধ কৰিব পাৰোঁ। কৰোঁও। পুৰণি অসমীয়া শিল্প-সংস্কৃতি পুনৰুজ্জীৱিত কৰি তোলাত তেওঁৰ অৱদান অসামান্য। শিক্ষিত, সংস্কৃতিসম্পন্ন আৰু কাৰ্য্যক্ষম। সাংস্কৃতিক দল এটা লৈ অলপতে ৰাজস্থানত ফুৰি আহিল। পুৰণি শিল্প আৰু কলাৰ প্ৰদৰ্শনীৰ দায়িত্ব লৈ আকৌ মাদ্ৰাজলৈ যাবলগা হ'ল। তেওঁ যাবলৈ ইচ্ছা কৰা নাছিল। হেজাৰ হওক মানুহৰ শৰীৰ তো! কলে—"এনেকুৱাকৈ টো টো কৰি ঘূৰি ফুৰিব পাৰি নে?" ময়েই জোৰ দিলোঁ। নগলে কেনেকৈ হব? তেওঁ তথাপিও ইতস্ততঃ কৰিলে—"ঘৰখন এৰি গোটেই বছৰটো বাহিৰে বাহিৰে ফুৰিলে হব জানো?"

কি ভাবিছে তেওঁ? দিনটো পাকঘৰত সোমাই থাকি মোক অমিতাৰ খ ৰ আৰু ফুলকবিৰে কাৰৈ মাছ ৰান্ধি খুৱাব এইটোৱেই মই বিচাৰোঁ নেকি? যিমানেই শিক্ষিত নহওক কিয় আমাৰ তিৰোতা মানুহৰ মনত সিঁচি থোৱা সাতামপুৰুষীয়া সংস্কাৰৰ গুটি যাব ক'ত? যুক্তি আৰু বুদ্ধিয়ে এই সংস্কাৰক ঢুকি নাপায়।

তেওঁ নাথাকিলেও দিগদাৰি মোৰ একো নাই। মোৰ খোৱা-বোৱা ক'তো একো অসুবিধা নহয়। ৰঘুনন্দন এই বিষয়ে বেছ পাকৈত।



ভয়ো আছে। পৰিবাৰে আহি যদি গম পায় যে সি ঠিকমতে মোৰ যত্ন-পাতি কৰা নাই তেনেহলে দিব নহয় তাক ভালকৈ মজা। কিন্তু ঘৰটো বৰ খালী খালী লাগিল। ডাঙৰ ল'ৰাটো নাইনিতালত পাব্লিক স্কুলত পঢ়ে; সৰুটো পঢ়ে চিলঙত। বোধহয় বয়সৰ দোষ। বুঢ়া নহলেও বয়স তো বাঢ়ি আহিছে। চাকৰি জীৱনৰ উন্নতিৰ সীমাৰেখা পাওঁ পাওঁ হৈছোঁ। যিখিনি পদোন্নতি হবলগা আছে সিখিনি এতিয়া চেষ্টা কৰিলেও হব, নকৰিলেও হব। চহৰত ঘৰ সাজিছোঁ, গাড়ী লৈছোঁ। মোৰ জীৱনত আৰু কৰিবলগীয়া আছে কি? এতিয়া কেৱল প্ৰতীক্ষা, যৱনিকা-পাতৰ কাৰণে নিশ্চল হৈ বহি প্ৰতীক্ষা। মোৰ বুকুখনক কিহবাই হেঁচা মাৰি ধৰা যেন পালোঁ। অতিশয় নিঃসঙ্গ বোধ কৰিলোঁ। মধুপুৰৰ কথা বৰকৈ মনত পৰিবলৈ ললে। বয়স বাঢ়ি অহাৰ লগে লগে মানুহ বোধহয় দুৰ্বল হৈ পৰে। পুৰণি পৰিচিত পৰিবেশত আকৌ উভতি যাবলৈ বিচাৰে। এইটো কি তেনেহলে বয়সৰ প্ৰভাৱ? যিয়েই নহওক। ইমান মনস্তত্ত্ব বিশ্লেষণ কৰাৰ কি প্ৰয়োজন?

মুঠতে মধুপুৰৰ কথা বৰকৈ মনত পৰিবলৈ ললে। যতীনদাৰ কথা, বাংগালী বিমলা বৌৰ কথা, অনিলৰ কথা, শঙ্কৰৰ কথা। বীৰেন মাষ্টৰৰ কথা, চুণীৰ কথা, মণ্টুৰ কথা। নীলাৰ কথাও। প্ৰেম? নহয়। তথাপিও তাইৰ বিয়াৰ দিনা মোৰ বুকুখন কিবা খালী হৈ যোৱা যেন লাগিছিল। নীলাজনীয়েও খুব কান্দিছিল। এতিয়াও লগ পালে তাইক তৎক্ষণাৎ চিনি পাম জানো? ল'ৰা-ছোৱালী তাইৰ ডাঙৰ হ'ল কিজানি। হঠাতে এদিন তাইৰ ঘৰত হাজিৰ হলে আচৰিত হব নিশ্চয়। যাব লাগিব। মহিম খুৱাই কদম গছৰ কথা ধৰি আছে নে পাহৰিলে? অভয় সাহাৰ দোকানখন আছে নে? বহুত বয়স হ'ল বুঢ়াৰ। আমি সৰুতেই তাৰ দোকানৰপৰা পইচা এটাৰে গোল গোল লুজেন কিনিছিলোঁ। গিৰধাৰী সাধুবাবা? আছে জানো এতিয়াও? খুব বুঢ়া হৈছে নিশ্চয়। মোক দেখিলে খুব ভাল পাব

কিন্তু। লম্বু পগলা? ভাল এক পগলা আছিল কিন্তু। হাঁহিয়েই অস্থিৰ। "বুজিছ, ৰাজ্যৰ পাগলকেইটা আহি এই মধুপুৰতে গোট খাব লাগে নে? চাচোন কাণ্ড।" গুৰুচৰণ চাৰ আছে নে? ববকৈ কোবাইছিল ক্লাছত। ঘৰত গলে কিন্তু খুব খুৱাইছিল। পাপৰ, চানাচুৰ, সৰু সৰু লিলি বিস্কুট। ইচ্ বাম। এবাৰ ফাকুৱাত গোপাল-দাক বং মানে আল্‌কতৰা দিয়াৰ কাৰণে খেদি খেদি নৈৰ সিপাৰ পাইছিলোঁগৈ।

মধুপুৰৰ কথা ববকৈ মনত পৰিবলৈ ললে। কামৰ হেঁচা নাই, ছুটীও আছে। যাওঁ এপাক। ঘুৰিয়েই আহোঁ। সকলোৱে খুব ভাল পাব। খুব খুচি হব।

———

## ॥ ছায়া সঙ্গিনী ॥

ৰাতিপুৱা ইটো-সিটো কৰাৰ পিচত সাত বজাত মন্দিৰাই ৰমেশক মাতিলে, "উঠা, উঠা। আঠ বাজিল। কিমান শোৱা?"

লেপৰ তলৰপৰাই ৰমেশে মাত দিলে, "এই উঠোঁ।"

"পানী উতলি আছে। ষ্টোভ জ্বলি জ্বলি কেৰাচিন পুৰি শেষ হ'ল।"

"এই উঠিছোঁ। বাকাচোন তুমি চাহ। গৈছোঁ মই।"

আঠ বজাত মন্দিৰাই ৰমেশৰ গাৰপৰা লেপখন টান মাৰি লৈ কলে, "নাই, আৰু নহব। উঠা ইবাৰ, দহ বাজিল।"

ৰমেশে চকু পিৰিক-পাৰাক কৰি বিচনাত লেপেটা কাঢ়ি বহি লেপখন গাত মেৰাই ললে।

মন্দিৰাই কলে, "বাপ্‌ৰে, আৰু ৰব নোৱাৰি। মই চাহ বাকিলোঁ। মুখখন ধুই আহা সোনকালে।"

আৰু এটা পাক মাৰি আহি মন্দিৰাই দেখিলে ৰমেশে বিচনাতে



বহি আৰাম কৰি চিগাৰেট হুপি আছে। থাপ মাৰি চিগাৰেটটো ৰমেশৰ মুখৰপৰা কাঢ়ি লৈ খিৰিকীৰে দলিয়াই ভোৰ্‌ভোৰাবলৈ আৰম্ভ কৰিলে, "শুদা পেটতে কিয় এইসোপা গিলিব লাগিছে? উঠা উঠা, দুপৰীয়ালৈ চাহৰ পানী গৰম কৰি বহি থাকিলে মোৰ নহব। কৈলাশে বজাৰৰপৰা মাংস লৈ আহিলেই।"

এইবেলি অকল মুখৰ কথাৰে নহব বুলি মন্দিৰাই হঠাতে লেপ-খনৰ এটা মূৰত ধৰি টান মাৰি দিলে।

ৰমেশ ভঁৰালীৰ প্ৰতিষ্ঠিত খেলৰ সামগ্ৰী, ৰেডিঅ', গ্ৰামোফোন, এইবোৰৰ ডাঙৰ দোকান আছে। সাধাৰণতে তেওঁ সোনকালেই টোপনিৰপৰা উঠে। দোকান বন্ধ থাকিলেহে এনেকুৱা জুলুমখন আৰম্ভ কৰি দিয়ে।

ৰমেশে চাহ-পানী খাই উঠি ডাঢ়ি খুৰোৱাত লাগিল। খুব মনোযোগ দি বহুত সময় ধৰি ক্ষৌৰকাৰ্য্যত ৰত হ'ল। কাপোৰ-কানি পিন্ধি ওলাবলৈ লওঁতে মন্দিৰাই আগচি ধৰিলে।

"কেনি যোৱা?"

"এই অলপ ফুৰি আহোঁ।"

"ভাল কথা। চাবা কিন্তু, ক'ৰবাত দাবাৰ আড্ডাত বহি দুই বজাত ঘৰ পালেহি কথা ভাল নহব।"

"নহয়, নহয়; এই যাম আৰু আহিম। বৰ বেছি আধাঘণ্টা।"

ডেৰমান বজাত ৰমেশ চুচুক-চামাককৈ ঘৰ পালেহি। কেৰাহিকৈ মন্দিৰাৰ ফালে চাই তেওঁৰ মেজাজৰ অৱস্থাটো অনুমান কৰাৰ চেষ্টা কৰিলে। মন্দিৰাৰ কিন্তু সিফালে লক্ষ্য নাই। বেলেগ কথাত তেওঁৰ ফাই উঠি আছে।

"দেখিছা? চিত্ৰা ছোৱালী কলেজৰ প্ৰফেচৰ হৈ ইয়ালৈ আহিব। হোষ্টেলৰ কোঠা এটা লৈ হেনো থাকিব। কিয় লাগিছে? কোৱাচোন, তুমিয়েই কোৱা। আমি থাকোঁতে হোষ্টেলত কিয় থাকিব লাগিছে? আহকচোন তাই, দিম নহয় মজা।"

চিত্ৰা মন্দিৰাৰ মাহীয়েকৰ ছোৱালী। ৰমেশৰ বিয়াৰ প্ৰায় এবছৰ হয়হি কিন্তু চিত্ৰাৰ লগত এতিয়ালৈ চকুৰ দেখাদেখি হোৱা নাই। মন্দিৰাৰ বিয়াৰ আগতে দেউতাকে চিত্ৰাক কলে, "তোৰ ক্লাছ ক্ষতি কৰি আগতে যাব নালাগে। বিয়াৰ আগদিনা গলেই হব।" জেদতে বিয়ালৈ নগলেই।—"নাযাওঁ মই আলহীৰ নিচিনাকৈ।" অৱশ্যে মন্দিৰাৰ মুখত চিত্ৰাৰ অশেষ গুণাৱলীৰ কথা শুনি শুনি ৰমেশৰ মুখস্থ হৈ গৈছে। যোৱাবেলি এম-এ পৰীক্ষাত ৰাজনীতি বিজ্ঞানত চিত্ৰাই প্ৰথম শ্ৰেণী পাইছে।

ৰমেশে সুধিলে, "ক'ত খবৰ পালা?"

"দুপৰীয়াৰ ডাকত তাইৰ চিঠি আহিছে। পৰহি আহিব।"

"কোন তাৰিখে লিখিছে চিঠি?"

মন্দিৰাই চিঠিখন খুলি চালে। তেওঁৰ ভ্ৰূ কোঁচ খাই গ'ল।

"ডিচেম্বৰৰ ত্ৰিশ তাৰিখে লিখিছে। আজি কিমান তাৰিখ? জানুৱাৰীৰ দুই? তাৰ মানে যোৱা-কালিয়েই আহি পাইছে তাই। এতিয়ালৈ আমাৰ ইফালে এবাৰ আহিবৰ নহ'ল। ৰবা, ভাল মজা দিম তাইক। যোৱা, সোনকাল কৰা। ভাত-পানী খাই উঠি এতিয়াই গৈ তাইক চুলিত ধৰি টানি আনোগৈ।"

ৰমেশে নিলিপ্তভাৱে কলে, "ৰবা, ইমান ব্যস্ত হৈছা কিয়। আহিব। প্ৰফেচৰ মানুহ—শকত-আৱত, গহীন-গম্ভীৰ। খোজ-কাটল তেওঁৰ অলপ লেহেম হবই।"

"কিহৰ শকত-আৱত? গহীন-গম্ভীৰ নে হাতী? এক নম্বৰৰ চঞ্চল। জঁপিয়াই ফুৰে কাৰণে এতিয়াও কিমান গালি খায় মাহীদেউৰ।"

আগতেও মন্দিৰাই যেতিয়া চিত্ৰাৰ ৰূপ-গুণৰ প্ৰশংসা কৰিছিল ৰমেশে তেওঁক জোকাইছিল—"গুণৰ কথা কোৱা, কাণ পাতি শুনিবলৈ বাধ্য। পিচে ৰূপৰ কথাটো বিনা প্ৰতিবাদে শুনি যোৱাটো উচিত হব জানো? ৰূপ থাকিলে কোনোবা ছোৱালী এম-এ পঢ়িবলৈ যায়? সুযোগেই নাপাব দেখোন। আগতেই বিয়া হৈ যাব।"



মন্দিৰা জকি উঠে—"হয়তো! কোনে দিছে তোমাক এই বুদ্ধি? চাবাচোন চিত্ৰাক। দেখিবা, কি ধুনীয়া ছোৱালী তাই।"

সঁচাই ধুনীয়া ছোৱালী। ৰমেশেতো হাঁহিয়েই অস্থিৰ। এই অকণমানি ছোৱালীজনী হেনো প্ৰফেচৰ। অহা-বছৰ মেট্ৰিক পৰীক্ষা দিব বুলি কলেও আপত্তি কৰিবৰ একো নাই।

চিত্ৰা হোষ্টেলতে থাকিল। থাকিলে কি হব? ৰমেশে যেতিয়াই দেখে তেতিয়াই মন্দিৰাৰ লগতে। ক্লাছ-টুাছ লয় নে নাই ভগৱানেহে জানে। কি কথা ইমান দুয়োজনীৰ? শেষেই নহয়। ক'ত পায় ইমান কথা? মন্দিৰাই ৰাজনীতিৰ কথা পাতে নে চিত্ৰাই ঘৰ-সংসাৰৰ কথা পাতে? ৰমেশক হলে কথাৰ ভাগ নিদিয়ে। হুলস্থূল লগাই দিয়ে মন্দিৰাই।

"তুমি যোৱাচোন, ইয়াৰপৰা যোৱা। মাইকী মানুহৰ কথাত তুমি কিয় সোমাব লাগিছে? তোমালোকে বন্ধু-বান্ধৱে কথা পাতি থাকিলে মই হেঁচা মাৰি কথা শুনিবলৈ যাওঁ নেকি?"

মন্দিৰাই চিত্ৰাক লৈ মত্ত হৈ উঠিল। নতুন জগৎ এখন সৃষ্টি কৰি তাৰ মাজতেই সোমাই থাকিল। সেইখন জগতত ৰমেশৰ স্থান নাই। তেওঁ নিজকে নিৰাশ্ৰয় বোধ কৰিলে। মন্দিৰাই ইমান দিনে তেওঁক লৈয়েই মত্ত হৈ আছিল। চিন্তা-ভাৱনা, কাম-কাজ সকলোৱেই ৰমেশক কেন্দ্ৰ কৰি। এতিয়া কেৱল চিত্ৰা। চিত্ৰাই ইটো কৰিছে, চিত্ৰাই সিটো কৈছে। কেৱল চিত্ৰা আৰু চিত্ৰা। চিত্ৰা নাথাকিলেও মন্দিৰাৰ মাজেদি তেওঁৰ উপস্থিতি অহৰ্নিশ স্পষ্টকৈ ব্যক্ত। নিৰন্তৰ তৃতীয় পক্ষৰ উপস্থিতিৰ ফলত ৰমেশ আড়ষ্ট হৈ পৰিল।

ৰমেশৰ মনটো কিবা উকুডা উকুডা লগা হ'ল। মন্দিৰাক টানি অনাৰ চেষ্টা কৰি লাভ নাই; লগতে চিত্ৰাকো লৈ আনিব। চিত্ৰাকহে আঁতৰাই দিব লাগিব।

ৰমেশ চিত্ৰা সম্বন্ধে উৎসাহী হৈ উঠিল।

"চিত্ৰা, ব'লা তোমাক থৈ আহোঁ।"

"চিত্ৰা, চাৰ্ত্ৰেৰ নতুক কিতাপখন পঢ়িছা? বাৰু মই আনি দিম।"

সমাজনীতি, অৰ্থনীতি, পৃথিৱীৰ গোটেইখিনি সমস্যাই যেন ৰমেশক অস্থিৰ কৰি তুলিছে। মীমাংসাৰ কাৰণে ৰমেশে চিত্ৰাৰ দুৱাৰমুখত থিয় হৈছে। চিত্ৰাও উৎসাহী হৈ উঠে।

"চিত্ৰা শুনা, চিত্ৰা চোৱা।"

ৰমেশৰ হঠাতে চিত্ৰাৰ বাহিৰে আৰু অইন কথা নাই। দুয়োজনৰ কথা-বতৰা মন্দিৰাই ঢুকি নাপায়। তেওঁৰ মসৃণ কপালখন বৈ বৈ কোঁচ খাই উঠে। নিজকে বৰ দুৰ্বল আৰু সৰু যেন বোধ হয়। হঠাতে আক্ৰোশত তেওঁৰ চকুদুটা ধকধকৈ জ্বলি উঠে।

"মানুহৰ অলপ কাণ্ডজ্ঞান থাকিব লাগে। চিত্ৰাক দেখিলে এনেকৈনো আত্মহাৰা হব লাগে নে? মোৰ দেখিতো লাজেই লাগে। চিত্ৰাই বা কি ভাবে? ছিঃ।"

ৰমেশ উচাপ্ খাই উঠিল—"কি কৈছা এইবোৰ?"

"যি দেখিছোঁ তাকেহে কৈছোঁ। আমি লিখা-পঢ়া নজনা ছোৱালী। মাছ-ভাতৰ বাহিৰে কি কথা পাতিব পাৰোঁ? পিচে এইবোৰ কথা বিয়াৰ আগতেই ভাবি-চিন্তি চাব লাগিছিল। এতিয়া আক্ষেপ কৰি কি লাভ?"

"এইবোৰ কি যা-তা কথা কৈছা? মিছা কথা লৈ কি অশান্তি সৃষ্টি কৰানো? মিছাতে নিজৰো অশান্তি, লোকৰো অশান্তি।"

"এতিয়া মইতো তোমাৰ অশান্তিৰ কাৰণ হমেই। কি কৰিলে শান্তি পাবা নোকোৱা কিয়? কি কৰিম মই? মৰিলেহে হব।"

"ধেৎতেৰি।" ৰমেশে মন্দিৰাৰ চকুপানীখিনি নেদেখিবৰ কাৰণে মুখ ঘূৰাই ললে।

সমস্ত খেলিমেলি হৈ গ'ল। ৰমেশ, মন্দিৰা আৰু চিত্ৰা। মন্দিৰা চিত্ৰাৰ কাষৰপৰা ছিটিকি আহিল কিন্তু ছিটিকি গৈ ৰমেশৰ বিপৰীত ফালেহে পৰিল। অনিচ্ছাকৃতভাৱে কাৰোবাৰ হাত লাগি ক'ৰবাত বিহৰ পাত্ৰ এটা ভাগি বিহখিনি দিনবোৰৰ মাজত বাগৰি পৰিল।



দিনবোৰ তিক্ত আৰু বিষাক্ত হৈ উঠিল। ক'ত হেৰাই গ'ল লঘুপক্ষ হাস্যোচ্ছল দিনবোৰ? ঘৰৰ গোমোঠা বাতাবৰণত ৰমেশ আৰু মন্দিৰা, দুয়োজনেই ছট্‌ফটাবলৈ ললে। মন্দিৰাই ৰমেশৰ গাম্ভীৰ্য্যৰ বেলেগ অৰ্থ উলিয়াই ললে। এইটো ৰমেশৰ নোপোৱাৰ বেদনা। হিচাপৰ ভুল কৰাৰ কাৰণে পিচত আক্ষেপ আৰু ক্ষোভ। চিত্ৰায়ো নিজৰ-পৰাই কিবা এটা বুজি ললে। তেৱোঁ লাহে লাহে অহা-যোৱা কমাই দিলে।

এই সময়তে মন্দিৰাৰ মাক আৰু দেউতাক চিলঙৰপৰা আহিল। মাকে কথাৰ মূৰতে কলে, "ব'ল মন্দা, লগতে ব'ল। কেইদিনমান চিলঙত থাকি আহিবি। যাবি?"

মন্দিৰাই কলে, "মই কি জানো? জোঁৱায়েৰাক কোৱা।"

ৰমেশে কলে, "মই কি কম? মন্দিৰাক সুধি চাওক।"

কথাৰ গতি দেখি শাহুৱেক উদ্বিগ্ন হৈ উঠিল।

ৰমেশে মন্দিৰাক সুধিলে, "কি কৰিবা। যাবা নেকি?"

"মই গলে যদি তুমি শান্তি পোৱা, যামগৈ।"

"এইবোৰ কি কথা? শান্তি-অশান্তিৰ কি কথা? সঁচাই, যোৱা-গৈ; কেইদিনমান থাকি আহা। তোমাৰো শান্তি, মোৰো শান্তি।"

মন্দিৰাই হঠাতে কান্দি মুখখন ঘূৰাই ললে। ৰমেশেও মন্দিৰাৰ কান্দোন নেদেখিবৰ কাৰণে মুখ ঘূৰাই থাকিল। যোৱাৰ আগতে ৰমেশে গম্ভীৰভাৱে সুধিলে, "কেতিয়া আহিবা?"

"মই কি কম? এইটো তোমাৰ কথা।"

"আন্দাজ এটা দিয়াচোন, কেতিয়ামানে আহিবৰ ইচ্ছা।"

"মোৰ ইচ্ছালৈ কি আছে। তোমাৰ ইচ্ছা হলেহে?"

"হয় নেকি?"

"নহয়নো কি?"

"বাৰু ঠিক আছে।"

ৰমেশৰ মন্দিৰাক লৈ অনা নহ'ল। ভাল গাড়ী, নতুন গাড়ী।

সিদিনা চিলং ৰাস্তাৰে কিমান গাড়ী গৈছিল। টাইৰড খুলি এইখন গাড়ীহে তলত বাগৰি পৰিব লাগে নে? শহুৰেক আছিল, শাহুৱেক আছিল, সৰু খুলশালীজনীও আছিল। পুৰণি ড্ৰাইভাৰে গাড়ী চলাই আছিল। কাৰো বিশেষ একো নহ'ল—কিন্তু দুৰ্ঘটনাত মন্দিৰাৰহে মৃত্যু হব লাগে নে? মন্দিৰাৰ প্ৰাণটো ইমানেই ঠুনুকা নে?

শোকৰ লগে লগে বিৰাট এটা সমস্যাই ৰমেশ ভঁৰালীক অভিভূত কৰি ৰাখিলে। মন্দিৰাই যোৱাৰ সময়ত কিয় ধৰি ললে যে ৰমেশে কেতিয়াও তেওঁক আনিবলৈ ইচ্ছা নকৰে? প্ৰমাণ-পত্ৰ হিচাপ-নিকাচ এইবোৰ খুচৰি চোৱাৰ লজ্জাই কি তেওঁক আগুৰি ধৰিছিল? দুৰ্ঘটনাৰ ছল পাই সেই তালতে মৰি থাকিল। বাট এটা মুকলি পাই সাউৎকৰে সৰকি গ'ল। "মিছা কথা, মিছা কথা।"

কোনে শুনিব ৰমেশৰ কথা? মন্দিৰাতো ধৰা-চোৱাৰ বাহিৰত। অন্যায়, অন্যায়, ঘোৰ অন্যায়। ৰমেশক নিজৰ কথাখাৰ বুজাই দিবৰ সুযোগ এটাতো দিব লাগিছিল। মন্দিৰাৰ এইটো কি অন্যায় কৌশল? কি ধৰণৰ চালাকি?

মেজত মন্দিৰাৰ এখন ফটো আছে। হাঁহিলে তেওঁৰ সোঁফালৰ গালত এটা টোল পৰে। ৰমেশে ফটোখনৰ ফালে চাই হুমুনিয়াহ এটা কাঢ়িলে। নহয়, হাঁহিলে সোঁফালৰ গালত টোল এটা পৰিছিল। পৰে নহয়, পৰিছিলহে। মন্দিৰাৰ সম্বন্ধে চিন্তাবোৰক নতুনকৈ সজাই লব লাগিব। মন্দিৰা নাই। নাই? অসম্ভৱ। ৰমেশৰ সমস্ত সত্তাৰ লগত মন্দিৰা সানমিহলি হৈ আছে। প্ৰতি কোঁহে কোঁহে, তেওঁৰ প্ৰতি ৰক্তবিন্দুত, প্ৰতিটো অণু-পৰমাণুৰ লগত মন্দিৰাৰো এটা অংশ মিশ্ৰিত হৈ আছে। মন্দিৰা আছে; ৰমেশৰ প্ৰত্যেকটো ভঙ্গীৰ লগতে আছে। তেওঁৰ বেদনা, তেওঁৰ হাঁহি, তেওঁৰ অভ্যাস, তেওঁৰ সমস্যা—সকলোখিনিৰ মাজতে অজ্ঞাতে লুকাই আছে। মন্দিৰাক মনৰপৰা আঁতৰাই দিব খুজিলে ৰমেশৰো এটা অংশ লগে লগে হেৰাই যাব। ৰমেশ নিজেও অসম্পূৰ্ণ হৈ পৰিব।



ফটোখনৰ ফালে চাই ৰমেশে কলে, "মন্দিৰা, শুনা। এটা মিছা অভিমানক প্ৰশ্ৰয় দি তুমি আঁতৰি গলা। শুনা, মন্দিৰা, শুনা। মোৰ হৃদয়ত তোমাৰ বাহিৰে কাৰো স্থান নাছিল, কাৰো স্থান নহবও। কি কৰিলে তুমি বিশ্বাস কৰিবা, কোৱা। কি কৰিলে মোৰ কথাখাৰত পতিয়ন যাবা? মই প্ৰতিজ্ঞা কৰিছোঁ...।"

"ভিন্‌দেউ।"

থত্‌মত্‌ খাই ৰমেশে ঘূৰি চালে। চিত্ৰা আহি দুৱাৰমুখত থিয় দিছে। চিত্ৰায়ো ৰমেশক মন্দিৰাৰ ফটোখনৰ সমুখত তেনেকৈ থিয় হৈ থকা দেখি অলপ অপ্ৰস্তুত হৈ পৰিল। তেওঁ যেন একো দেখা নাই, ৰমেশক কিবা কৈ থকাও লক্ষ্য কৰা নাই। সহজ হবৰ চেষ্টা কৰিলে।

"ভিন্‌দেউ।"

"অ', চিত্ৰা। আহা।"

ধোঁৱাৰ নিচিনা, মেঘৰ নিচিনা মন্দিৰাৰ স্মৃতিয়ে মানুহজনক আচ্ছন্ন কৰি ৰাখিছে। ৰমেশক মুক্তি দিয়াৰ দায়িত্ব চিত্ৰাৰো; কাৰণ ৰমেশক মুক্তি দিলেহে পৰোক্ষভাৱে মন্দিৰাকো মুক্তি দিয়া হব।

"কিনো কৰিছে? অলপ ফুৰি আহিব নেকি?"

"ক'লৈ যাবা?"

"এই এনেয়ে, ৰাস্তাত।"

"নাই, নাযাওঁ।"

"ব'লক। ওলাওকচোন অলপ ফুৰি আহোঁ।"

চিত্ৰাই ৰমেশক নৈৰাশ্যৰ মাজৰপৰা টানি বাহিৰ কৰি আনিব খুজিছে। তেওঁ মন্দিৰাক সঁচাকৈয়েই ভাল পাইছিল। মন্দিৰাৰ স্বামী ৰমেশৰ প্ৰতিও তেওঁৰ মনত স্বাভাৱিকতে সহানুভূতি আৰু সমবেদনাৰ ভাব আছে।

"জানে 'লষ্ট ইন্ দি লাইট' চিনেমাখন আহিছে। খুব নামকৰা চিনেমা।"

"চালা নেকি ?"

"নাই চোৱা। অকলে অকলে চিনেমা চাবলৈ কিবা ভাল নালাগে।"

ৰমেশে একো নামাতি মনে মনে থাকিল।

"ব'লক আপুনি চায় যদি ময়ো চাওঁ। বৰ চাবৰ মন আছিল কিন্তু।"

"নাই, মোৰ চিনেমা চাবৰ মন নাই।"

"ব'লক, ব'লক। একো নহয়, চাই আহোঁগৈ।"...

ৰমেশ আৰু চিত্ৰা। অনন্ত স্মৃতিৰ তৰঙ্গৰ মাজতে সামান্য এডোখৰ ঠাইত ভঙ্গুৰ এটা আৱৰণ আছুতীয়াকৈ লবৰ চেষ্টা কৰিছে। চিত্ৰাই মাজে মাজে মন্দিৰাৰ স্মৃতিৰ প্ৰৱাহক ভেটা দি ধৰে। সেই ছেগতে ৰাজমিস্ত্ৰীয়ে কাম কৰাৰ দৰে ৰমেশে লাহে লাহে এটা আৱৰণ গাঁথি তুলিবলৈ ললে। স্মৃতিৰ প্ৰৱাহ ফালৰি কাটি ঠাইডোখৰ এৰাই যায়।

চিত্ৰাৰ মনতো এটা নতুন ধৰণৰ অনুভূতিৰ সঞ্চাৰ হয়। কিহৰ উত্তাপতনো নাৰীৰ সত্তাৰ কাঠিন্য হেৰাই যায় ? গলি গলি তৰল হৈ পৰে, তাৰ পিচতে বাষ্পত পৰিণত হয় ? তেনেকুৱা অৱস্থাত অইন এজনৰ হৃদয়ৰ কোঁহে কোঁহে সোমাই সকলোবোৰ ফাক-ফুক ভৰাই পেলাব পৰাৰ অনুভূতিটোনো কি ?

চিত্ৰা আৰু ৰমেশ। ৰমেশ পুৰুষ যদিও, বৰ দুৰ্বল। একেথৰে থিয় হৈ থকাৰ শক্তি নাই। অলপ বহিবৰ কাৰণে এখন আসন বিচাৰে, অলপ আউজিবৰ কাৰণে ঠেকা বিচাৰে। সকলো ধৰণৰ সমস্যা এৰুৱাই স্বস্তিৰে মূৰ গুজিবৰ কাৰণে এটা নিৰাপদ আশ্ৰয় বিচাৰে। মানসিক আৰাম আৰু নিৰাপত্তাৰ কাৰণে মনটো উন্মুখ হৈ উঠে। নিজৰ চাৰিওকাষ নতুনকৈ উত্তাপ আৰু শান্তিৰে ভৰাই তুলিব খোজে। সহজাত সুখ অন্বেষণৰ প্ৰবৃত্তি মনত গোট বান্ধি উঠে।

চিত্ৰা আৰু মন্দিৰা। মন্দিৰাই যেন চিত্ৰাৰ মাজেৰে নতুনকৈ



ৰমেশৰ আগত আবিৰ্ভূত হৈছে। চিত্ৰাই যেন এটা-এটাকৈ নিজৰ সমস্ত আভৰণ সলাই মন্দিৰাৰ সকলো আভৰণ লৈ মন্দিৰাৰ ৰূপতেই ৰূপায়িত হৈ উঠিবলৈ লৈছে।

ৰমেশৰ কিবা খেলিমেলি লাগি যায়। চিত্ৰাৰ ভঙ্গী, কথা-বতৰা, তেওঁক আবৰি ৰখা নিৰলস মঙ্গল কামনা দেখি দেখি চিত্ৰাৰ মুখখন মাজে মাজে মন্দিৰাৰ মুখৰ লগত একাকাৰ হৈ যায়।

সৰুসুৰা সহানুভূতি, সৰুসুৰা প্ৰশ্ৰয়, অলপ প্ৰীতি, অকণমান চেনেহ, কিছু উদ্বেগ, কিছুবা ভৰ্ৎসনা, বেলেগে বেলেগে ধৰিলে অতি সামান্য, অতি তুচ্ছ। কিন্তু সকলোখিনি তিল-তিলকৈ জমা হৈ যোগফল যে অনন্ত অসীম হৈ উঠিবলৈ ধৰিছে!

"কৈলাশে কলে—যোৱাৰাতি আপুনি ভাত-পানী নোখোৱাকৈ শুই থাকিল। এইবোৰ কি কথা ?"

অইন এদিনা চিত্ৰাই সুধিলে—"কি হৈছে ? মাতটো এনেকুৱা হৈছে কিয় ?"

ৰমেশে কলে, "নাই, একো নহয়। অলপ পানী লাগিছে।"

"একো নহয় মানে ? এই ঠাণ্ডাত এনেকৈ আছে কিয় ? চুৱেটাৰ-কোট একো পিন্ধা নাই কিয় ? দৰব কিবা খালে নে নাই ? ৰব, কৈলাশক ভিক্‌চ্ এটা আনিবলৈ দিওঁ। ৰাতি ভাত খাব নালাগে। পৰঠা আৰু মাংস খাব। ভালেই হৈছে, কৈলাশক কওঁ সোনকালে মাংসখিনি লৈ আহক। ময়েই ৰান্ধি থৈ যাব পাৰিম। সি যিখনহে ৰান্ধব!"

আকৌ হয়তো এদিন চিত্ৰাই কব—"বাৰু ইমান চিগাৰেট খায় কিয় ? খোৱা ভাল জানো ? কাগজে-পত্ৰে লিখিয়েই আছে দেখোন, বেছিকৈ চিগাৰেট খোৱাটো হেনো ভাল নহয়।"

ৰমেশ চঞ্চল হৈ উঠে। এইবোৰ কাৰ কথা ? চিত্ৰাই কি মন্দিৰাৰ ভাওখিনি মুখস্থ কৰি নিখুঁতভাৱে তাকেই মাতি গৈছে ?

মফচল চহৰত দুই-একাষাৰ কথা ওলাবই। চিত্ৰা কিন্তু আত্ম-

সমাহিত অৱস্থাত আছে। কাৰো কথাত কাণ দিয়াৰ, কাৰো দৃষ্টিৰ অৰ্থ বিশ্লেষণ কৰাৰ মনোযোগ নাই।

"ভিন্‌দেউ।"

"চিত্ৰা।"

"কালিলৈ মই ঘৰলৈ যাম।" ৰমেশ চঁক্ খাই উঠিল।

"কিয়? ঘৰলৈ যাবা কিয়?" উদ্বেগত ৰমেশ অস্থিৰ হৈ উঠিল।

"বাঃ। গৰমৰ বন্ধ হ'ল। ঘৰৰপৰা পাক এটা মাৰি আহিব নালাগে?"

"ওঁ।"

"আপুনি খোৱা-বোৱা এইবোৰত অনিয়ম নকৰিব দেই। মই কৈলাশক কৈছোঁ সি ঠিকমতে সকলোখিনি যোগাব।"

ৰমেশৰ বুকুখন খালী খালী লাগিল। ইমান দিনে চিত্ৰাৰ ওপৰত বহুতোখিনি নিৰ্ভৰ কৰা তেওঁৰ অভ্যাসত পৰিণত হৈছে। চিত্ৰাক কেন্দ্ৰ কৰি লাহে লাহে যিখন আৱেষ্টনী গঢ়ি তুলিছে সেইখন নাথাকিলে তেওঁ জীয়াই থাকিব কেনেকৈ? এবিধ এবিধকৈ সা-সঁজুলিও বহুতো গোটাই লৈছে কিন্তু গোটেইখিনি লগ কৰিলে কি ৰূপ লয় ইমান দিনে সেইটো ভাবি চাবৰ প্ৰয়োজন বোধ কৰা নাই।

শঙ্কিত আৰু কাতৰ দৃষ্টিৰে তেওঁ চিত্ৰাৰ ফালে চালে। চচ্‌মাযোৰ খুলি মচি ললে। চিগাৰেট এটা জ্বলাই দুটা টান মাৰি আঙুলিৰে জুইকুৰা পিটিকি এচ্‌ট্ৰেত নেপেলাই কোঠালীৰ চুকত দলি মাৰি দিলে।

ৰুমালেৰে মুখখন মোহাৰি তেওঁ চিত্ৰাক কলে, "শুনা, চিত্ৰা। আমাৰ যথেষ্ট বয়স হৈছে; নহয় জানো? কাব্য কৰাৰ কিম্বা ভাৱাবেগক প্ৰশ্ৰয় দিয়াৰ প্ৰশ্ন নাই। চোজাচুজি কথা, চোজাচুজি উত্তৰ। এটা কথা কওঁ। বেয়া পোৱাৰ বা খং কৰাৰ একো নাই। জোৰ বা দাবীৰো কথা নাই। তোমাৰ আপত্তি থাকিলে চোজাচুজি কৈ দিবা; বচ্ কথা সেইখিনিতেই শেষ।"



ৰমেশৰ ভণিতা শুনি, চিত্ৰাৰ বুকুখন ঢিপিং ঢিপিং কৰিবলৈ ধৰিলে। গভীৰ উত্তেজনাত হাত-ভৰিবোৰ অদম্যভাৱে কঁপি উঠিব খুজিলে। উত্তেজনা লুকাবৰ কাৰণে কঠিন সুৰতেই কলে, "আচল কথা কি কব খুজিছে কওকচোন। ইমান অঁকাই-পকাই কি কব বিচাৰিছে?"

"খং কৰাৰ একো নাই। তুমি বুজি পাইছা নে নাই, কব নোৱাৰোঁ। তোমাক এৰি থকাটো মোৰ পক্ষে বেছ কষ্টকৰ হৈ পৰিছে। তোমাৰ যদি আপত্তি নাই আমাৰ দুয়োটা জীৱন একে সূত্ৰতে বান্ধি পেলোৱাৰ অনুমতি দিয়া।"

চিত্ৰাৰ মনটো উখল-মাখল লাগি পৰিছে। মিশ্ৰ অনুভূতিয়ে তেওঁক আচ্ছন্ন কৰি পেলাইছে।

ৰমেশে আকৌ কলে, "মনে মনে থাকিলা কিয়? কিবা এটা উত্তৰ দিয়া। তোমাৰ যদি আপত্তি আছে কৈ দিয়া। আমি দুয়োই কথাষাৰ পাহৰি যাম।"

চিত্ৰাৰ মুখৰ কাঠিন্যৰ ভাব থাকিয়েই গ'ল। তেওঁৰ ভাব হ'ল ৰমেশে তেওঁক বিদ্ৰূপ কৰিছে, অতি নিষ্ঠুৰভাৱে বিদ্ৰূপ কৰিছে। নিজৰ প্ৰতি অনুকম্পাত গোটেই মনটো ভৰি পৰিল।

অতি নিস্তেজ কণ্ঠেৰে তেওঁ কলে, "কিয় মোক আপুনি এনেকৈ ঠাট্টা কৰিছে? আপুনি মোক বিয়া কৰাব, এই মতলব লৈ মই আপোনাৰ ইয়ালৈ আহি থকা নাই। বিশ্বাস কৰক।"

আপ্ৰাণ চেষ্টা কৰিও ৰখাব নোৱাৰিলে। চিত্ৰাৰ দুয়োটা চকুই অশ্ৰুপূৰ্ণ হৈ উঠিল। বাধ্য হৈ ওঁঠ কামুৰি তেওঁ মুখখন ঘূৰাই ললে। আপোন-পাহৰা হৈ মধুৰ সপোনৰ ৰাজ্যত বিচৰণ কৰি থাকোঁতে হঠাতে যেন সাৰ পাই নিজৰ পাৰিপাৰ্শ্বিকতা সম্বন্ধে সচেতন হৈ উঠিল। ৰমেশৰ এইটো সাময়িক দুৰ্বলতা নে প্ৰেম? নে ইমান দিনে বিয়া-বাৰু হোৱা নাই কাৰণে তাইৰ প্ৰতি একধৰণৰ পৰোক্ষ অনুকম্পা? এইবোৰ বিশ্লেষণ কৰাৰ সমস্যা ইমান দিনে অহা নাছিল কিন্তু আজি এই সমস্যা এৰুৱাবৰ উপায় নাই। পিছে চকুপানী টোকাৰ কি আছে?

উত্তেজিত হৈ উঠাৰে বা যুক্তি ক'ত ? ৰমেশেতো আগতেই কৈছে—আপত্তি থাকিলে কৈ দিবা, বচ্ কথা সেইখিনিতেই শেষ। কিন্তু কৈ দিয়া কি ইমান সহজ ?

ক্লান্তভাৱে চিত্ৰাই কলে, "বাৰু যাওঁ। ৰুমালবোৰ মাজৰ ড্ৰয়াৰত আছে। লাগিলে বাহিৰ কৰি লব।"

ৰমেশে সুধিলে, "মোৰ কথাৰ উত্তৰ দেখোন একো নিদিলা ?"

"কি উত্তৰ দিম ? আপুনিয়েই কওক। লাখ লাখ টকাৰ সা-সম্পত্তি আপোনাৰ। দয়া কৰিব খুজিলে দয়াৰ পাত্ৰীৰ অভাৱ নহব। মোক দয়া কৰিব নালাগে।"

"নহয়, চিত্ৰা, তুমি ভুল বুজিছা। সঁচাই, মই তোমাক ভাল পাওঁ।"

মন্দিৰাৰ ফটোখন এতিয়াও মেজৰ ওপৰতেই আছে। চকুত উচ্ছ্বসিত হাঁহি, কিন্তু লগতে ভ্ৰূকুটি কৰি অলপ খং দেখুৱাবৰ চেষ্টাও যেন আছে। চিত্ৰাৰ দৃষ্টি ফটোখনৰ ফালে ঘূৰি গ'ল। ৰমেশে মন্দিৰাক উদ্দেশ্য কৰি কোৱা কথাষাৰ কি তিৰ্য্যকভাৱে চিত্ৰাৰ ফালে ছিটিকি আহিছে ?

যদি নহয় ? চিত্ৰা আতঙ্কিত হৈ উঠিল। যদি ৰমেশে পোন-পটীয়াভাৱে তেওঁকেই কৈছে, তেনেহলে ? প্ৰেমৰ প্ৰতিদান পোৱা যে ইমান বিড়ম্বনা কোনে জানিছিল ? ৰমেশে চিত্ৰাক 'ভাল পাওঁ' এই বুলি কোৱাৰ লগে লগে চিত্ৰা ভিখাৰীত পৰিণত হৈ গ'ল। গোটেই ঘটনাটো যেন অতি সস্তীয়া ধেমেলীয়া নাটকৰ মেৰুদণ্ডহীন নায়কে কোৱা প্ৰাণহীন শব্দ। কি লজ্জা ! কি লজ্জা !!

ফটোত মন্দিৰাৰ দুয়ো চকুত কৌতুক বৰ বেছি ৰকমে উচ্ছ্বসিত হৈ উঠিছে নেকি ? প্ৰেমে হেনো নাৰীক দিয়ে সম্ৰাজ্ঞীৰ মহিমা কিন্তু ৰমেশৰ কথা শুনি চিত্ৰাই লাজতে মূৰ দাঙিব নোৱাৰা হ'ল। মন্দিৰাৰ ফটোৰ সমুখত থোৱা ফুলদানীৰ ফুল কেইথোপা এতিয়াও মৰহি যোৱা নাই, মেজত ধূপৰ ছাই এতিয়াও অলপ পৰিয়েই আছে। মন্দিৰা



বয়সত অলপ ডাঙৰ হলেও চিত্ৰাই তেওঁক কেতিয়াও বাইদেউ বুলি মতা নাছিল। দুইজনী ভিন্ন স্বভাৱৰ নাৰীৰ মাজত অচ্ছেদ্য বন্ধন এটা আছিল। আছিল, নে এতিয়াও আছে ? মন্দিৰাৰ স্মৃতি ইমান ফট্‌ফটীয়া হৈ উঠিল যে চিত্ৰাই মন্দিৰাৰ চুলিখিনিৰ বিশেষ সুগন্ধ-খিনিও স্পষ্টভাৱে পাই থকা যেন পালে। চিত্ৰা চঁক্ খাই উঠিল। ৰমেশৰ প্ৰেম তেনেহলে কি এটা নৈৰ্ব্যক্তিক ভাৱাবেগ, এটা উত্তাপ-শূন্য হিমশীতল অনুভূতি ? মন্দিৰাৰ ফটোখনৰ ফালে চাই চিত্ৰাৰ গোটেই সত্তা কোঁচ খাই গ'ল।

চিত্ৰা আৰু মন্দিৰা। দুয়োজনীয়ে লুকাভাকু খেলিছে। চিত্ৰা আহিলে মন্দিৰা আঁতৰি যায়; আকৌ হঠাতে কোনোবা ফাঁকেদি আহি চিত্ৰাক আঁতৰাই দিয়ে। "চিত্ৰা, মই তোমাক ভাল পাওঁ।" ৰমেশে গোপনে ফুচ্‌ফুচাই কয়। লগে লগে মন্দিৰাৰ ছবি চকুৰ আগত জিলিকি উঠে। চকুত হৃতসৰ্বস্ব মানুহৰ বিহ্বল-কাতৰ দৃষ্টি। ৰমেশে থত্‌মত্ খাই তলমূৰ কৰে। নাই, নাই। মিছাই কৈছে। মন্দিৰাক জোকাবৰ কাৰণেহে কৈছে। এইটো ৰমেশৰ দুষ্টালি। খুব স্পষ্ট-ভাৱে কথাষাৰৰ পুনৰাবৃত্তি কৰে—"মন্দিৰা, তোমাক মই ভাল পাওঁ।"

"চিত্ৰা, তোমাক মই ভাল পাওঁ।"

নহয়।

"মন্দিৰা, তোমাক মই ভাল পাওঁ।"

নহয়, নহয়।

"চিত্ৰা, তোমাক মই···।"

ৰমেশে মূৰটো জোকাৰি সমুখৰ ফালে চায়। এইটো বাৰু কি এটা তামাচা ?

"···, তোমাক মই ভাল পাওঁ।"

বাক্যটোৰ আগৰখিনি শূন্য ৰখা হৈছে। শূন্যস্থান পূৰণ কৰা। কি লিখিবা ? চিত্ৰা নে মন্দিৰা ? পূৰণ কৰা, পূৰণ কৰা। কি লিখিবা ? কি লিখিবা ?

"মন্দিৰা…।"

নহয়, নহয়।

"চিত্ৰা…।"

নহয়, নহয়! কাটি দিছোঁ, এয়া নতুনকৈ লিখিছোঁ।

"মন্দিৰা…।"

নহয়, নহয়…

সিদ্ধান্ত লব লাগিব। নিজেই সিদ্ধান্ত লব লাগিব। নিজৰ মন-টোক খুঁচৰি চোৱা। ৰমেশে স্থিৰ কৰিলে এই লৈ একোৱেই নাভাবিব। সিদ্ধান্ত লোৱাৰ প্ৰয়োজন কি? গোটেই সমস্যাটো মনৰ অতল গহ্বৰত ঠেলি দিয়া। গধুৰ শিলৰ দৰে পানীৰ তলত পেলাই দিয়া, তাতেই পৰি থাকক। কিন্তু সমস্যাটো ঠেলি পেলাবৰ উপায় ক'ত? ৰমেশক নিজকেই যে ইয়াৰ সমিধান লাগে।

মন্দিৰাৰ কণ্ঠস্বৰ, সোঁ-গালত পৰা টোল, চকুৰ দৃষ্টি, গ্ৰীৱাভঙ্গী সকলোখিনি উপাদানেই ৰমেশৰ মনৰ ভিতৰত জমা হৈ আছে। সময়ত লাহে লাহে কৰ্পূৰৰ নিচিনাকৈ উৰি যোৱা নাই। বাৰে বাৰে এই-বোৰকে আশ্ৰয় কৰি মন্দিৰাই ৰমেশৰ আগত মূৰ্ত হৈ উঠে।

"মইতো আগতেই জানিছিলোঁ।"

"তুমি তেনেকৈ কবাই, মন্দিৰা।"

ৰমেশে চিন্তাবোৰক গোটাই লবৰ চেষ্টা কৰিলে। 'এজনীক ভাল পালে পিচত আন এজনীক ভাল পোৱা সম্ভৱ নহয় নেকি? হয়তো সম্ভৱ। হয়তো কিয়? নিশ্চয় সম্ভৱ। অসংখ্য উদাহৰণ আছে। কিন্তু কথা ইমান সহজ নহয়। কথা হৈছে মন্দিৰা জীয়াই থাকোঁতে, মন্দিৰাক ভাল পাওঁ বুলি ভাবি থাকোঁতে, চিত্ৰাক মই ভাল পাবলৈ আৰম্ভ কৰিছিলোঁ নেকি?' এইটোৱেই হ'ল ৰমেশৰ প্ৰশ্ন। 'গানৰ তাল কি আগতেই কাটি গৈছিল? মন্দিৰাৰ মনৰ সূক্ষ্ম যন্ত্ৰত মোৰ মনৰ দিশ পৰিৱৰ্তনৰ খবৰ কি আগতেই ধৰা পৰি গৈছিল? মই নিজেই জনাৰ আগতেই?'



মন্দিৰা থাকোঁতেই কি ৰমেশৰ মনত চিত্ৰাৰ প্ৰতি ভালপোৱাৰ গুটি এটা অলক্ষ্যে অঙ্কুৰিত হৈ উঠিছিল? মন্দিৰাৰ উপস্থিতিত সেইটোৱে পল্লৱিত হব নোৱাৰাৰ কাৰণে কি অজ্ঞাতে ৰমেশ অধৈৰ্য্য হৈ পৰিছিল? মন্দিৰাই মিছাকৈ সন্দেহ কৰিছিল, নে স্বচ্ছভাৱে নিজৰ নিস্ব ৰূপ দেখি হাহাকাৰ কৰি উঠিছিল? সঙ্গোপনে লুকাই ৰখা সত্য এটাৰ আৱৰণ গুচাই দিব খুজিছিল কাৰণে তেওঁ কি মন্দিৰাৰ প্ৰতি ক্ৰুদ্ধ হৈ উঠিছিল? তেনেহলে সেইটোকেই পৰোক্ষভাৱে মন্দিৰাক জনাই দিয়া নহ'ল নেকি?

'মন্দিৰা, তুমি এতিয়া মোৰ হৃদয়ৰপৰা ওলাই যোৱা; তোমাৰ আৰু ইয়াত স্থান নাই।'

ৰমেশ অস্থিৰ হৈ পৰিল।

'মন্দিৰা, তুমি কি ৰিক্ত ক্লিষ্ট হৈ উচুপি উচুপি কান্দি মোৰ জীৱনৰপৰা ওলাই যাবৰ কাৰণে সক্ৰিয়ভাৱে সাজু হবলৈ আৰম্ভ কৰিছিলা?'

'মিছা কথা, মিছা কথা। মন্দিৰা, তোমাক মই ভাল পাওঁ।'

ৰমেশ চিঞৰি উঠিল, "মন্দিৰা, তোমাক মই ভাল পাওঁ।"

কি নিষ্ঠুৰ প্ৰতাৰণা, কি মিথ্যা স্তোক! কি কঠিন ঔদাসীন্য! অইন এজনীক বুকুত সাবটি লৈ আবেশকুণ্ডলীৰ মাজৰপৰা হঠাতে সাৰ পাই ব্যস্তভাৱে কৈ দিয়া—'মন্দিৰা, তোমাক মই ভাল পাওঁ।' সাধাৰণ সতৰ্কতাৰো কি অৱকাশ বা প্ৰয়োজন নাই?

ৰমেশে বাৰে বাৰে মন্দিৰাক টানি টানি আনিছে।

"শুনা, মন্দিৰা, শুনা। তুমি বৰ ভুল কৰিছিলা। চিত্ৰাক মই আগতে ভাল পোৱা নাছিলোঁ; এতিয়াহে…। ৰ'বা, ৰ'বা, নাযাবা। অলপ শুনাচোন। কথাষাৰ বিশ্বাস কৰা।"

ৰমেশৰ মাতত কিন্তু প্ৰত্যয় নাই।

"তুমি বৰ একেধৰণৰ ধাৰণা লৈ আছা। আজলী ক'ৰবাৰ। ধৰা, চিত্ৰাক ভাল পাওঁ; সেইবুলি তোমাক ভাল নাপাওঁ বুলি কিয় ধৰি

লৈছা? মুখখন ঘূৰোৱাচোন, চোৱাচোন ইফালে! সদাই একে-ধৰণে জেদী আৰু অভিমানী হৈয়েই থাকলা।"

ৰমেশৰ বুকুখন অসহ্য ৰকমে টন্‌টনাই উঠিল।

"স্ফুৰিত অধৰ, অশ্রুভাৰাক্রান্ত নয়ন, অভিমানেৰে আহৰণ কৰা কাঠিন্যৰ আৱৰণ লৈ তুমি মোৰ আগত যেতিয়া থিয় দিছিলা, তেতিয়া মই কি তোমাক জোনবাই আনি দিম বুলি মিছাই ভুৱা দিছিলোঁ? তোমাৰ জীৱন-পাত্ৰৰ ৰস কি মোৰ চিত্ৰাক নোপোৱাৰ অজ্ঞাত হুমুনিয়াহৰ পৰশত শুকাই যাবলৈ ধৰিছিল? তোমাক যেতিয়া ভাল পাওঁ বুলি বুকুৰ মাজত টানি লৈছিলোঁ তেতিয়া কি তুমি উন্মোচিত হৃদয়ত চিত্ৰাৰ কিলাকুটিৰ আঘাত পাই অজ্ঞাত বেদনাত নীৰৱে কেঁকাই উঠিছিলা?"

মন্দিৰাৰ মৃত্যুত ৰমেশ শোকত অভিভূত হৈ পৰিছিল কিন্তু কন্দা নাছিল। শোকৰ লগত অলপ অভিমানো আছিল, অলপ খঙো আছিল। একতৰফা ৰায় দি মন্দিৰাই তেওঁৰ প্ৰতি এটা অবিচাৰ কৰি গৈছে এনে এটা ভাবো মনত লুকাই আছিল। বিনাদোষে হঠাতে চৰ খাই থত্‌মত্‌ লগা অৱস্থা। শোকখিনি অভিমানৰ লগত মিলি শিলৰ দৰে টান হৈ তেওঁৰ বুকুখনক হেঁচা মাৰি ধৰি আছিল। আজিহে ৰমেশ ভঁৰালাৰ চকুৰে চকুপানী ওলাবলৈ ধৰিলে। ইমান দিনৰ পিচত যেন শিলটো গলি গলি তেওঁৰ চকুৰে ওলাই পৰিছে। মন্দিৰাৰ মৃত্যুৰ পিচত এই প্ৰথম ৰমেশে সঁচাকৈ অলপ শান্তি পালে। ৰমেশৰ অনুমান হ'ল মন্দিৰায়ো যেন অলপ শান্তি পাইছে। বিনাদ্বিধাই তেওঁ কলে —"মন্দিৰা, তোমাক মই ভাল পাওঁ।"

———



## ॥ অভিযোগ ॥

ৰাতিপুৱা চাহ-পানী খাই উঠিছোঁ মাত্ৰ এনেতে বাৰাণ্ডাৰপৰা কোনোবাই মোক সৰুকালত মতা নামকাঢ়ি মাতিছে, "ভুটু, ভুটু আছ নেকি অ'।" কোননো? নিশ্চয় আমাৰ সিফালৰে মানুহ। মোক মোৰ এই বয়সত, এই নামেৰে মাতিব পৰা মানুহ কোননো আছে? বাহিৰ ওলাই দেখিলোঁ ব্ৰজেন বৰুৱা।

ব্ৰজেনদাক বহুত দিন পিচত দেখা পালোঁ। তেওঁক দেখি আনন্দত আত্মহাৰা হোৱাৰ কথা নহয়। নহলোঁও। বৰং তেওঁ খুলি থৈ অহা গেটখনেৰে এটা গৰু সোমাই ডালিয়াজোপাত মুখ লগাব ধৰা দেখি গৰুটো খেদিবৰ কাৰণে মই লৰালৰিকৈ দৌৰি গলোঁ। পোনছাটেই তেওঁক মাত লগাবৰে নহ'ল; ব্ৰজেনদা অপ্ৰস্তুত হব পাৰে এইটো আৰু ভাবিবলৈকে নহ'ল। ডালিয়া কেইজোপা মোৰ বৰ মৰমৰ।

ড্ৰইংৰুমত বহি ব্ৰজেনদাই কলে, "কালি সন্ধিয়াপৰত আহি পালোঁ। তোৰ ইয়াতেই উঠিলোঁহয়। পিছে বাছ-ষ্টেচনৰ কাষতে যোগেন থাকে, তাৰ মেচতে উঠিলোঁ। যোগেন মোৰ মামাৰ ল'ৰা, ৰেলৱেত কাম কৰে। চিনি পাৱ কিজানি।" নাপাওঁ। কিন্তু একো নামাতিলোঁ। যোগেনৰ ইতিবৃত্ত জনাৰ আগ্ৰহ নাই। আচলতে মই উদ্বিগ্ন হৈ উঠিছোঁ। ব্ৰজেনদা এনেয়ে অহা নাই, মতলব আছে।

"তহঁতৰ ঘৰত মাত লগাই আহিছোঁ। বাকীবোৰৰ ভালেই। খুৰীৰ গাটোহে ভাল নাই।"

"কিয়? কি হৈছে?" মই উৎকণ্ঠিতভাৱে সুধিলোঁ।

"নাই, তেনে একো হোৱা নাই। বয়স হৈছেতো। কিবা এটা লাগিয়ে থাকে। তোৰ লগতে আনি নাৰাখ কিয় অ'?" ব্ৰজেনদাৰ কণ্ঠত উপদেশৰ সুৰ।

ইয়াৰো উত্তৰ নাই। মাই চহৰত আহি থাকিলে জেলখানাত থকা যেন পায়। দিনৰ দিনটো আৰু কিমান ঘৰটোতে সোমাই থাকিব? কাষে-পাঁজৰে সমনীয়া লগ এজনো নাই। দুই-চাৰি দিন থকাৰ পিচতে যাওঁ যাওঁকৈ অস্থিৰ হৈ উঠে।

মই উচ্‌পিচাই আছোঁ। ব্ৰজেনদাই অনৰ্গল কথা কৈ আছে। কথা বন্ধ কৰিলেই যেন আঁত হেৰাই যাব—এনে এটা ভাব।

"তই গাড়ী কিনিছ বোলে? কি গাড়ী? কিমানত কিনিলি?"

মই অলপতে দহ হেজাৰ টকাৰে এখন গাড়ী কিনিছোঁ। আদ-পুৰণি গাড়ী হলেও খুব ভাল অৱস্থাতে আছে। কিন্তু সেইবোৰ কথা কিয়? আজি মোৰ অৱস্থা যে ভীষণ বেয়া সেইটো প্ৰমাণ কৰিব পাৰিলেই ভাল আছিল।

"নকবা আৰু। গাড়ীখন কিনিয়েতো বিপদত পৰিলোঁ। পুৰণি গাড়ী, লেঠা লাগিয়েই আছে। পেলাবও নোৱাৰোঁ, ৰাখিবও নোৱাৰোঁ।"

"ভালেই কৰিছ, গাড়ী এখন লাগেও তোক। 'টুৰ' কৰা কাম। ট্ৰেনে-বাছে ফুৰা আজিকালি যে কি দিগদাৰী নকবি আৰু। কেই-মাইল যায়?"

"লিটাৰত ছয় মাইলমান যায় বোধহয়।"

"গেলনত কিমান যায় তাকে ক। লিটাৰ-ফিটাৰ আমি বুজি নাপাওঁ।"

মানে বেছ ঘৰুৱা ধৰণৰ কথা-বতৰা।

ব্ৰজেনদাই ইমানপৰে মোৰ মুখৰ ফালে চাই কথা পাতি আছিল। হঠাতে তেওঁৰ দৃষ্টি চঞ্চল হৈ উঠিল। লগে লগে মোৰো উদ্বেগ বাঢ়ি গ'ল। এতিয়াহে আচল কথা ওলাই আহিব।

"ভুটু, তই এটা কাম কৰিব লাগিব ভাই। মোক পাঁচশমান টকা ধাৰলৈ দিব লাগিব। মই তোক দুমাহমানৰ ভিতৰতে ঘূৰাই দিম। একো ভয় নকৰিবি।"



মই ৰুমালখনেৰে কপালখন মচি কলোঁ, "ভয়ৰ কথা নহয়। মোৰ হাতত টকা থাকিলেহে দিব পাৰিম।"

"শুন, আমাৰ ঠিকাৰ কামৰ বিলবোৰ এতিয়াও পোৱা নাই। বহুত টকা সোমাই আছে। নকবি আৰু। অফিচৰপৰা টকা উলিয়াই অনা যে কি জঞ্জাল। অফিচাৰে নিজৰ ঘৰৰ টকা দিয়া যেন পায়। পিছে মই খবৰ লৈছোঁ। পাম। এই মাহৰ ভিতৰতে চেক পাম। তথাপিও কব নোৱাৰি ক'ত কি লেঠা লাগে। হাতত অলপ সময় ৰখা ভাল। সেই কাৰণে মই তোক দুই মাহৰ পিচত দিম বুলি কলোঁ। খুব সম্ভৱ আগতেই দিব পাৰিম।" অৰ্থাৎ তেওঁক টকাখিনি নিদিয়াৰ মোৰ সঙ্গত কোনো কাৰণ নাই। নিদিয়াৰ চেষ্টাটো মোৰ মোগোৰামিৰ লক্ষণ। তথাপিও যথেষ্ট বীৰত্ব দেখুৱাই মই কলোঁ, "বিশ্বাস কৰা, সঁচাই মোৰ হাতত টকা নাই।"

"তই কলেই হ'ল নে?" ব্ৰজেনদাই ঘৰৰ চাৰিওপিনে দামী আচবাব-পত্ৰৰ ওপৰেদি এপাক চকু ফুৰাই আনি কলে, "আচল কথা মই তোৰ টকাখিনি মাৰি দিম বুলি ভাবিছ।" ব্ৰজেনদাৰ কণ্ঠত অভিমান আৰু ক্ষোভ।

হয়। আচল কথা এইটোৱে। কিন্তু কওঁ কেনেকৈ? অন্তৰ খং উঠি গ'ল। কিন্তু প্ৰকাশ কৰিব নোৱাৰোঁ। মই গাড়ী কিনিছোঁ। চহৰত মাটি লৈছোঁ। ঘৰো বান্ধিম। মোৰ সুখ-সুবিধাৰ কাৰণে মই টকা উপাৰ্জন কৰিছোঁ। মই এটা দাতব্য প্ৰতিষ্ঠান নহওঁ। বিলাই দিবৰ কাৰণে মই পইচা ঘটা নাই। আৰু ব্ৰজেন বৰুৱাৰ নিচিনা মানুহক দিবৰ কাৰণে নিশ্চয় নহয়। ঠিকাৰ কামৰ বিলৰ কথা মই জানো। তেওঁ শইকীয়াৰ লগত ঠিকাৰ কাম কৰিছিল বুলি শুনিছিলোঁ। তেওঁ নিজকে শইকীয়াৰ 'পাৰ্টনাৰ' বুলি কয়। মই ভালকৈয়ে জানো। শইকীয়াই নিজে মোক কৈছে। একো কাম-বন নাই, ল'ৰা-ছোৱালীবোৰে নাখাই মৰে কাৰণেই শইকীয়াই তেওঁক ডেৰশ টকা দৰমহা দি কাম চাবৰ কাৰণে ৰাখিছিল, কিন্তু

হিচাপত বহুতো কিবাকিবি বেমেজালি কৰাৰ কাৰণে এৰি দিছে। বিতৃষ্ণাত মুখখন বিকৃত কৰি শইকীয়াই মোক কৈছিল, "কি হব এই মানুহজনৰ? এনেভাৱে চলিবলৈ আৰম্ভ কৰিলে যেন তেৱেঁই মালিক। কেম্পত কি খোৱা-বোৱাৰ ধুম। তথাপিও মই সহ্য কৰি আছিলোঁ। পিছে চোবাংকৈ পি. ডব্লিউ. ডি.য়ে দিয়া চিমেণ্ট বিক্ৰী কৰিবলৈ আৰম্ভ কৰিলে। নাই, এনে মানুহক কামত ৰাখিব নোৱাৰি। বদ্‌নাম হব মোৰহে। খেদাই দিলোঁ। মানুহৰ আগত কৈ ফুৰে মই তেওঁক ঠগিলোঁ বুলি।"

হঠাতে ব্ৰজেনদাৰ মুখখন কোঁচ খাই গ'ল। কন্দাৰ আগতে মানুহৰ মুখৰ যেনে ভাব হয় তেনেকুৱা। মই অত্যন্ত ভীতিগ্ৰস্ত হৈ পৰিলোঁ। কান্দিবই নেকি? লাজ, হতাশা আৰু ক্ষোভ সকলোবোৰ অনুভূতি লগ লাগি তেওঁৰ গোটেই মুখখন বিকৃত কৰি পেলালে। মই চকু ঘূৰাই আনিলোঁ। ঈৰ্ষা আৰু ঘৃণা তেওঁৰ চকুত নগ্নভাৱে জিলিকি উঠিছে। নিজক চম্ভালি তেওঁ করুণভাৱে কলে, "একো উপায় নাই ভাই। শেষ চেষ্টা হিচাপে তোৰ তালৈকে আহিছিলোঁ। তোৰ বৌৱেৰৰ গল-ব্লাডাৰত পাথৰ হৈছে। অপাৰেচন নকৰিলে নাবাচে। কেতিয়াবাই কৰিব লাগিছিল। হাতত এটা পইচা নাই। ক'ৰবাৰ-পৰা যোগাৰ কৰি দে। হাতত নাথাকিলেও তইঁতৰ পক্ষে দুই-চাৰি শ টকা যোগাৰ কৰি দিয়া একো টান কথাই নহয়।"

ব্ৰজেনদাই মোক মোৰ আগৰ উক্তিৰ বান্ধৰপৰা ফালৰি কাটি ওলাবৰ এটা বাট দেখুৱাই দিলে। উপায় নাই। ময়ো সেই বাটেৰে আগবাঢ়িলোঁ।

"চাওঁচোন কি কৰিব পাৰোঁ। এতিয়াতো নহব। তুমি আবেলি এপাক আহিব পাৰিবা নে।"

"কিয় নোৱাৰিম? আহিবই লাগিব। তোৰ ল'ৰা দুটা ক'ত?"

"তেওঁ মাকৰ ঘৰলৈ গৈছে। আহিব দুই-এদিনৰ ভিতৰতে।"



"স্কুলত দিছ নে নাই? কিমান ডাঙৰ হ'লনো? তয়ো ঘৰৰ ফালে যোৱা একেৰকম বাদেই দিছ।" ইত্যাদি ইত্যাদি।

ব্ৰজেনদাই আকৌ অনৰ্গল কথা কৈ আমাৰ দুয়োজনৰ মাজত অলপ আগতে টকা-পইচাৰ কথা লৈ হৈ যোৱা ধস্তাধস্তিৰ চিন ঢাকিবৰ চেষ্টা কৰিলে। মই হাৰিলোঁ। কিন্তু উপায় নাই। ছাত্ৰ অৱস্থাত মোৰ ঘৰৰ অৱস্থা ভাল নাছিল, মানে বৰ বেয়াই আছিল। ব্ৰজেনদাৰ হাতত তেতিয়া টকা আছিল। তেওঁ নিজেই মোৰ খবৰ কৰি উপযাচি মোক দৰকাৰ মতে মাজে-সময়ে টকা ধাৰলৈ দিছিল। মই অৱশ্যে ঘূৰাই দিছোঁ। তেতিয়া মোৰ আগত আছিল ভৱিষ্যৎ। বৰ্তমান ব্ৰজেনদাৰ সপক্ষে আছে অতীত। মই যে হাৰিম, জনা কথা।

মনত আছে বেঙ্কৰপৰা তুলি ব্ৰজেনদাক তিনি শ টকা দিছিলোঁ। ব্ৰজেনদাই নোচোৱাকৈয়ে টকাখিনি জেপত ভৰাই নানাধৰণৰ কথা পাতি আছিল। ৰাতি বোধহয় মোৰ তাতে ভাতো খালে। ব্ৰজেনদাই আজিলৈকে সেই টকা মোক ঘূৰাই দিয়া নাই। ময়ো বিচৰা নাই। নাপাওঁ বুলি জানিয়েই দিছিলোঁ। বৌৰ অপাৰেচন নহ'ল। আগতেই ঢুকাল। দুৰ্বল শৰীৰক নানা ব্যাধিয়ে আগুৰি ধৰিছিল। হাৰ্টফেল কৰিলে। ব্ৰজেনদাৰ অৱস্থা আৰু বেয়া হৈছে। মাজতে হেনো মৰাপাটৰ কাৰবাৰ কৰিছিল। কাৰবাৰ মানে আচলতে এজন মাৰোৱাৰী মহাজনৰ হৈ গাৱঁৰপৰা মৰাপাট কিনিছিল। তাতো হেনো কিবা গণ্ডগোল লগালে। এই ধৰণৰ কথা। মোৰ টকাখিনিৰ কথা মই পাহৰিয়ে গৈছিলোঁ। মাজতে কেইবাবাৰো ব্ৰজেনদাক লগ পালেই মোৰ টকাখিনি অল্পপতে ফিৰাই দিব বুলি তেৱেঁই মাজে-সময়ে সোঁৱৰাই দিছিল। মই অতীতৰ ঋণৰ অলপ প্ৰতিদান দিছোঁ—এই ধৰণে লৈছোঁ। আৰু তেওঁতো মোৰপৰা ভিক্ষা লোৱা নাই, পাৰিলেই সুজিব। কাজেই এই লৈ দুয়োপক্ষৰ মাজত কোনো অস্বাস্তৰ সৃষ্টি হোৱা নাছিল।

ব্ৰজেন বৰুৱা হ'ল আমাৰ গাৱঁৰ গোবিন্দ জেঠাৰ ল'ৰা। একে চুবুৰীৰে। তেনে একো সম্বন্ধ নাই। একে গাৱঁৰে একেলগে ডাঙৰ-

দীঘৰ হোৱা স্বজাতি মানুহ। মই তেওঁক দাদা বুলি মাতোঁ, ইফালে তেওঁৰ ল'ৰা-ছোৱালীয়ে মোক দাদা বুলি মাতে। এই, আৰু কি?

গোবিন্দ জেঠা যথেষ্ট প্ৰতাপশালী মানুহ আছিল। ধান-চাউলৰ কাৰবাৰ কৰি প্ৰচুৰ টকা আৰ্জিছিল। সেইখণ্ডত চহকী মানুহ বুলি জনাজাত আছিল। ব্ৰজেনদা ঘৰৰ একমাত্ৰ সন্তান। সেই কাৰণে সৰুৰেপৰা তেওঁ বৰ আলসুৱা আছিল। চহৰৰ কলেজত পঢ়িবলৈ গৈ কেইদিনমানৰ পিচতে ঘৰলৈ উভতি আহিল। আৰু নগ'ল। হোষ্টেলৰ মোটা চাউলৰ ভাত, আৰু যিহে খাৱন, সেইবোৰ খাই তেওঁ তিষ্ঠিব নোৱাৰে। জহা চাউলৰ ভাত খাবৰ কাৰণে পঢ়া এৰিলে, আৰু পঢ়া এৰিলে কাৰণে এতিয়া ভাতকে নোপোৱা হৈছে।

হঠাতে গোবিন্দ জেঠা ঢুকাল। মই তেতিয়া ক্লাছ নাইন নে টেনত। টকা-পইচা যথেষ্ট ৰাখি গৈছিল। আগৰ কাৰবাৰ চলাই থকাহলে ব্ৰজেনদাই ভালকৈয়ে চলি থাকিব পাৰিলেহেতেন। কিন্তু ব্ৰজেনদাই ধান-চাউলৰ কাৰবাৰত হাতকে নিদিলে। বৰ পুৰণি ধৰণৰ কাৰবাৰ। আভিজাত্য নাই।

তেওঁ কাপোৰৰ দোকান দিলে। চহৰৰপৰা দামী দামী কাপোৰ আনি চহৰৰ ধৰণেৰে শ্বো-কেচেৰে দোকান সজালে। গাৱঁত এইবোৰ দামী কাপোৰ কিনে কোনে? বিক্ৰী নোহোৱা নহয়, বিক্ৰী হ'ল কিন্তু বাকীত। ব্ৰজেনদা লোকৰ ঘৰে ঘৰে বাকী সাধি ফুৰা মানুহ নহয়। দোকান উঠি গ'ল। ভালেখিনি টকা নষ্ট হ'ল।

বাকী টকাখিনিৰে তেওঁ এখন ট্ৰাক কিনিলে। ড্ৰাইভাৰৰ ওপৰতে নিৰ্ভৰ। লাভ একো নাই। কিবা মেৰামতি কৰিব লগা হলে ঘৰৰ-পৰাহে টকা দিবলগীয়া হয়। লাহে লাহে ট্ৰাকখনৰ প্ৰতিও তেওঁৰ মন-কাণ নোহোৱা হ'ল। ক'ৰবাৰ দূৰৈৰ পাহাৰী বাটত গৈ ট্ৰাকখন মাজ-বাটতে বেয়া হৈ থাকিল। তেনেকৈয়ে থাকিল গোটেই বাৰিষাটো বাটতে পৰি। তেনেকৈ থাকোঁতে ট্ৰাকৰ বডিৰ ফাকেৰে গছ গজিল। পাৰ্টচ্‌বোৰো নোহোৱা হবলৈ ধৰিলে এটা-এটাকৈ। শেষত তেনে



অৱস্থাতে নাম মাত্ৰ দামতে মাৰোৱাৰী মহাজন এজনৰ তাত বিক্ৰী কৰি তেওঁ যেনিবা মুক্তি পালে।

এনেকৈয়ে টকা-পইচা নাথাকিলেও পুৰণি আভিজাত্যবোধ তেওঁৰ পুৰাদমে থাকি গ'ল। সৰু-সুৰা সাধাৰণ কাম কৰিবলৈ গলে তেওঁৰ সন্মানত আঘাত লাগে; কিন্তু ডাঙৰ কাম কিবা কৰাৰ শিক্ষা, সামৰ্থ্য আৰু যোগ্যতা কোনোটোৱেই নাই। পিচত অৱস্থাৰ হেঁচাত সৰু কাম আৰু ডাঙৰ বাক্য তেওঁৰ সম্বল হ'ল।

এনেকৈয়ে চলি আছে। ময়েই বুঢ়া হলোঁ। মূৰৰ চুলি পকিবলৈ আৰম্ভ কৰিছে। ব্ৰজেনদা মোতকৈ সাত-আঠ বছৰে ডাঙৰ। এই বয়সত আৰু ক'তনো কি কৰিব? এনেকৈয়ে চলিব। ব্ৰজেনদাৰ ডাঙৰজন ল'ৰা সমীৰ। তাৰো একো নহ'ল। মদ-ভাঙো খায় বুলি শুনিছোঁ। ঘৰৰ লগত সম্বন্ধ নাই। একো খবৰো নলয়, নিদিয়েও। কেতিয়াবা কাৰোবাৰ মুখত খবৰ আহে, নগাৱঁত ট্ৰাকৰ হেণ্ডিমেনৰ কাম কৰিছে। কিছুদিন পিচতে তেজপুৰৰ ফালে কোনোবা চিনাকি মানুহে বাছৰ ড্ৰাইভাৰ হৈ থকা দেখা পালে বোলে। শেহতীয়া বাতৰি মতে ডিব্ৰুগড়ৰ কাষৰ চাহ-বাগিচা এখনত ফিটাৰৰ কাম কৰি আছে।

সিবাৰ গাৱঁৰ ঘৰলৈ যাওঁতে শুনিলোঁ ব্ৰজেনদাৰ অসুখ। হাপানি-কাহ আগৰপৰাই আছিল। এতিয়া হেনো বেছি হৈছে। সন্ধিয়া খবৰ লবলৈ গলোঁ। ঘৰৰ অৱস্থা শোচনীয়। চল্লিশ বছৰৰ আগতে গোবিন্দ জেঠায়ে বন্ধা ঘৰ। আগৰ দিনৰ প্ৰকাণ্ড খুটি পুতি বন্ধা বিৰাট ঘৰ। খুটাৰ গুৰিবোৰ উঁয়ে খাই তলৰ ফালে একো নোহোৱা কৰিছে। গোটেই ঘৰটো একফালে কাটি হৈ আছে। কেতিয়া বাগৰি পৰে ঠিক নাই। বেৰ চেৰ ভাগি আছে, ইচ্ছা কৰিলেই চোৰ সোমাব পাৰে। অৱশ্যে চোৰে লব পৰা বস্তু ঘৰত যে কিবা আছে সন্দেহ।

বাহিৰৰ কোঠাটোত তিনিজন ডেকা ল'ৰা বহি ভিতৰৰ ফালে যোৱাৰ দুৱাৰডলিত থিয় হৈ থকা ছোৱালী এজনীৰ লগত কথা পাতি

আছে। বুজিলোঁ এইজনীয়েই মিনতি, ব্ৰজেনদাৰ ছোৱালী। মাজতে বহুত দিন দেখা নাই। বেছ ডাঙৰ হৈছে। ধুনীয়াজনী হৈ উঠিছে। ধুনীয়াৰ কথা ঠিক কব নোৱাৰোঁ কিন্তু প্ৰথমতেই চকুত পৰে ছোৱালী-জনীৰ অতুলনীয় কমনীয়তা। শান্ত, স্নিগ্ধ, লাজুকী কোমলতা। ছোৱালীজনীয়ে মোক দেখি মাত লগালে—"আহক, দেউতাৰ গা ভাল নাই। শুই আছে, ভিতৰলৈ আহক।" মই দুৱাৰমুখৰপৰা কলোঁ—"মোক চিনি পাইছা নে?" ছোৱালীজনীয়ে লাজুকী হাঁহি মাৰি কলে, "পাইছো।" হাঁহিথিনি অত্যন্ত স্নিগ্ধ আৰু কোমল। ল'ৰাকেইটাক দেখি মোৰ কিন্তু ভুরু কোঁচ খাই গ'ল। ঘৰত অইন মানুহ কোনো নাই। ব্ৰজেনদা অসুখত বিচনাত পৰি আছে। ভালে থাকিলেও নো কি? ক'ত ঘূৰি ফুৰে, কেতিয়া ঘৰলৈ আহে, কি পাত্তা? গাভৰু ছোৱালী থকা ঘৰত ৰাতিখন কি এইবোৰ ডেকা ল'ৰাৰ আড্ডা। মানুহৰ এটা দায়িত্ব-জ্ঞান থকা উচিত। ব্ৰজেনদাৰ ওপৰত মোৰ বিৰক্তি বাঢ়ি গ'ল।

মই ভিতৰত সোমোৱাৰ লগে লগে ল'ৰাকেইজনে, "মিনতি আমি যাওঁ দেই" বুলি গুচি গ'ল।

ব্ৰজেনদাৰ চেহেৰা সঁচাকৈয়ে বৰ বেয়া হৈছে। টানি টানি উশাহ লৈছে। কথা কওঁতে বেছ প্ৰয়াস কৰিব লগা হৈছে।

"ভুটু, আহিছ। বহ। তই ঘৰলৈ অহা খবৰ পাইছোঁ।"

ঘৰৰ ভিতৰৰ পৰিস্থিতি অত্যন্ত অসহনীয়। মজিয়াৰ চিমেণ্ট-প্লাষ্টাৰ উঠি গৈছে। এফালে ওখ হৈ আছে এফালে বহি গৈছে। বিচনাখনৰ অৱস্থা জৰাজীৰ্ণ। পুৰণি ঘৰৰ ভেকুৰা গোন্ধটোও অস্বস্তিকৰ। মই ব্ৰজেনদাক সুধিলোঁ, "কি চিকিৎসা কৰাইছা?"

ব্ৰজেনদাই বিৰক্তভাৱে কলে, "কিহৰ চিকিৎসা? মোৰ এনেকুৱা অসুখ হৈয়ে থাকে। দুদিন পিচতে ভালো পাম। একো নহয়। কিহৰ চিকিৎসা কৰিব লাগিছে?"

সিদিনা ব্ৰজেনদাৰ তাত বেছিপৰ থকা নাছিলোঁ। ব্ৰজেনদাই



চাহ খোৱাৰ কথা কৈছিল। মিনতি লাজতে ৰঙা পৰি কৈছিল, "গাখীৰ নাই।" ব্ৰজেনদাই খং কৰি কলে, "ভবেন খুৰাৰ ঘৰৰপৰা অলপ গাখীৰ লৈ আহগৈ।"

"কিয় লাগিছে এই ৰাতিখন গাখীৰ আনিবলৈ যাবলৈ।" মোৰ মাতত বিৰক্তিখিনি বোধহয় ওলাই পৰিছিল। ব্ৰজেনদাই অস্বস্তিকৰ ভাৱে নিস্তেজ হৈ শুই থাকিল। অলপ পিচতে মই গুচি আহিলোঁ।

ৰাতি মোৰ ভালকৈ টোপনি নহ'ল। চহৰত 'ফেনৰ' তলত শোৱা অভ্যাস। গৰমত চট্‌ফটাই আছিলোঁ। টোপনি নাহিলে নানাৰকম চিন্তাই আগুৰি ধৰে। মূৰটো গৰম হৈ যায়। ব্ৰজেনদাৰ ঘৰত দেখা ল'ৰা-কেইটাৰ ওপৰত খং উঠিল আৰু লগতে ব্ৰজেনদাৰ ওপৰতো। ব্ৰজেনদাৰ ঘৰত বান্দৰকেইটাৰ কি কাম? সিহঁতৰ লগৰ বন্ধু কোন আছে তাত? ফুলৰ নিচিনা—এৰা মিনতিৰ কথা মনত পৰাৰ লগে লগে মোৰ ফুলৰ কথা মনত পৰিল—কোমল ছোৱালীজনীক নষ্ট কৰাৰ মতলব। ব্ৰজেন-দাৰে বা কি আক্কল? তেওঁ প্ৰশ্ৰয় নিদিলে তাত গৈ আড্ডা জমাবৰ সাহস কৰিব পাৰে নে?

ইয়াৰ পিচত ব্ৰজেনদা মোৰ তালৈ এদিন আহিল, টকাখিনি এতিয়া দিব নোৱাৰে বুলি খবৰটো দিবৰ কাৰণে। মানুহজন আৰু বুঢ়া হৈছে, আগতকৈ কথাও কম কয় যেন লাগিল। লোকৰ আগত নিজকে যোগ্যতাসম্পন্ন মানুহ বুলি দাঙি ধৰাৰ চেষ্টা কৰি থকাৰ শক্তি নাই। অথবা প্ৰয়াসটো বোধহয় অৰ্থহীন বুলি ধৰা পৰি গৈছে। এইবাৰ তেওঁ অহাত মই আতঙ্কগ্ৰস্ত হৈ উঠা নাই। তেওঁৰ প্ৰতি সস্নেহ প্ৰশ্ৰয়ৰ ভাব এটা হে মোৰ মনত বিস্তাৰ লাভ কৰিছে। তেওঁক বেছ চিন্তাগ্ৰস্ত যেন দেখা পালোঁ। কিবা এটা কথা আৰম্ভ কৰিলেও শেষ পৰ্য্যন্ত টানি লৈ যাবৰ শক্তি নাই। গোটেই জীৱনৰ অক্ষমতা, অসম্পূৰ্ণতা আৰু তাৰে মাজতে নিজৰ বীৰত্ব দেখুৱাবৰ নিস্ফল অভিনয়ৰ কৰুণতাই তেওঁক যেন ম্লান কৰি পেলাইছে। হঠাতে তেওঁ কৈ উঠিল—"ক'ৰপৰা দিওঁ তোৰ টকা? মিছাকৈ ভাও দি কি লাভ?

কোনোফালে এটা পইচা পাবৰ বাট নাই। পেটৰ ভাতকেইটা মোকোলোৱাই টান। অকলে হোৱাহলে একো কথাই নাছিল। বাটে-ঘাটে ক'ৰবাত মৰি থাকিলে হয়। বচ, লেঠা মৰি গ'ল। ছোৱালী-জনীক লৈহে হৈছে কথা। বিয়া দিবৰ উপায় নাই। যাকে-তাকে দিবৰ মনো নাযায়। কিন্তু ভাল দৰা বিচাৰিলেই বা পাম ক'ত? মিনতিক তইতো দেখিছ। পিছে অকল ছোৱালী চালেইতো নহব, মোৰ দৰে লোফাৰৰ ছোৱালীক ভাল দৰা এজনে বিয়া কৰিবলৈ ওলাবইবা কিয়?" অলপ নিমাত থাকি ব্ৰজেনদাই কলে—"পঢ়াতো ভাল আছিল। ইমান কষ্টৰ মাজতো পঢ়ি এইবাৰ ফাৰ্ষ্ট ডিভিজনত মেট্ৰিক পাছ কৰিছে। কলেজত পঢ়াম কেনেকৈ? প্ৰশ্নই নুঠে। গাৱঁৰ হাইস্কুলতে কোনো ৰকমে পঢ়ি আছিল। পঢ়াবও নোৱাৰিম, বিয়াও দিব নোৱাৰিলোঁ।"

মই বেছ গৰম বোধ কৰিলোঁ। ফেনখন বন্ধ হৈ আছিল। চলাই দিলোঁ। ব্ৰজেনদা আকৌ গভীৰ চিন্তাত বুৰ গ'ল। এইটোৱে অসহ্য। মোৰ লগত তেওঁৰ ভদ্ৰতা বজাই ৰাখি কথা কোৱাৰ সম্বন্ধ নে? সুখ-দুখ আৰু সমস্যাৰ কথা কৈ যদি তেওঁ শান্তি পায় তেনেহলে নিমাতে থকাৰ প্ৰয়োজন কি? হঠাতে জোৰ কৰি আটাইখিনি সঙ্কোচ ঠেলা মাৰি দি তেওঁ কলে—"মিনতিক তোৰ ইয়াতে ৰাখিব পাৰিবি? ইয়াতে থাকি পঢ়িব।"

মই চঁক্ খাই উঠিলোঁ। ব্ৰজেনদাৰ লগত মোৰ সম্বন্ধ ধৰিলে আছে, নধৰিলে নাই। ছোৱালী এজনীৰ দায়িত্ব মই লম বুলি তেওঁ ভাবিব পাৰিলে কেনেকৈ? আৰু মোৰ কথাতেতো নহব। পৰিবাৰকো সুধিব লাগিব। তেওঁ অহৈতুক জঞ্জাল এটা গাত পাতি লবলৈ যাব কিয়? ব্ৰজেনদাৰ এয়েই দোষ। যাৰ লগত ভাল, খুব ভাল। যাক আপোন বুলি ভাবে তাক নিজৰ লগাভগা বুলিয়ে ভাবে। অপৰ পক্ষৰ প্ৰতিক্ৰিয়া কি ধৰণৰ হব পাৰে সেইখিনি বিশ্লেষণ কৰি নাচায়।

ব্ৰজেনদা সিদিনাই গুচি গ'ল কিন্তু মোক চিন্তাত পেলাই গ'ল।



সঁচা, ছোৱালীজনীক ঘৰত বহাই থোৱাটোও যুক্তিযুক্ত কথা নহয়। মধু মহাজনৰ ল'ৰা, আৰু বাকীবোৰক চিনিও নাপাওঁ, সিহঁতক ব্ৰজেনদাৰ ঘৰত আড্ডা মাৰি থকা মই নিজ চকুৰে দেখি আহিছোঁ। নিশ্চয় মতলব ভাল নহয়।

লীলাক কথাটো কলোঁ।

"পাগলৰ কাৰবাৰ দেখিছা নে?"

"কি হ'ল?"

"ব্ৰজেনদাই কি কলে জানা? মিনতিক আমাৰ ইয়াতে ৰাখি কলেজত পঢ়ুৱাৰ কথা কলে।"

"আপুনি কি কলে?"

"মই তৎক্ষণাৎ কি কম? একো কোৱা নাই।"

"ভাবিবৰ কি আছে? পঠিয়াবলৈ কওক। ইমান মৰম লগা ছোৱালীজনী। পঢ়াৰ কাৰণে কি আগ্ৰহ। গাৱঁলৈ গলে তাই মোৰ কাষতে আহি ঘুৰ্ ঘুৰ্ কৰি থাকে।"

মই অলপ আচৰিত হলোঁ। মোৰ পৰিবাৰে কোনোৰকম জঞ্জাল ভাল নাপায়। সিমান লগ বিচাৰি নুফুৰেও। ল'ৰা দুজন আৰু মোক লৈয়ে তেওঁ সন্তুষ্ট। মই তথাপিও কলোঁ, "ভাবি চোৱা, লোকৰ গাভৰু ছোৱালী এজনী ৰখাটো বৰ দায়িত্বৰ কথা। অৱশ্যে আমাৰ ঘৰত ডেকা ল'ৰা নাই। আমি কম বয়সত বিয়া কৰালে আমাৰ ছোৱালী তাইতকৈ ডাঙৰ হ'লহেতেন কিজানি।"

"সেইবোৰ বাজে কথা বাদ দিয়ক।" তেওঁ অলপ টানভাৱেই কলে। মই মনে মনে থাকিলোঁ।

মিনতিয়ে সহজভাৱে আমাৰ ঘৰৰ লগত নিজকে খাপ খুৱাই ললে। দৰিদ্ৰ অৱস্থাৰ ল'ৰা-ছোৱালীৰ উগ্ৰ আত্মসচেতন বোধ আৰু প্ৰতিৰক্ষামূলক মনোভাৱ তাইৰ নাছিল। সহজভাৱে মিলি গ'ল।

ইয়াৰ পিচত ব্ৰজেনদা ঘনাই ঘনাই আহিবলৈ আৰম্ভ কৰিলে। মাজে-সময়ে দুই-এক দিন থাকিবও ধৰিলে। আমি একো বিৰক্তি

বোধ কৰা নাই। মানুহজনৰ প্ৰতি মই আন্তৰিক সহানুভূতি এটা বোধ কৰিছিলোঁ। আজিকালি তেওঁ নিজৰ অৱস্থাটো সহজভাৱে মানি লৈছে। অসুখটোও বেছি হৈছে। শেষত তেওঁ মোৰ তাতেই স্থায়ী-ভাৱে থাকিবলৈ আৰম্ভ কৰিলে। অৱশ্যে তেওঁ যিমান পাৰে নিজকে সঙ্কুচিত কৰি ৰাখিছিল। একালে সৰু কোঠা এটাত তেওঁ থাকিবলৈ ললে। একে ঘৰতে থাকিও তেওঁ আমাৰ মাজৰপৰা আঁতৰি ৰ'ল। কোঠাটোতে সোমাই থাকে। বাগানৰ মালী, গাড়ীৰ ড্ৰাইভাৰ এইবোৰৰ লগত মাজে-সময়ে কথা পাতে। খাবৰ সময়তো আমাৰ লগত নবহি আগতে পাকঘৰতে খাই লয়। আমি আপত্তি কৰাত কিবা এটা অজুহাত দেখুৱাইছিল, মনত নাই। অকল আমাৰ লগতে নহয়, মিনতিৰ লগতো তেওঁৰ সম্বন্ধ নোহোৱা যেন হৈছিল। মিনতিকো তেওঁ একৰকম এৰাই চলিছিল। চেষ্টাকৃতভাৱে নহয়। যেন মিনতি সম্বন্ধেও তেওঁ সম্পূৰ্ণ উদাসীন। আমি মাতি আনিলেও তেওঁ মনে মনে বহি থাকি অলপ পিচতে কিবা এটা চেলু উলিয়াই নিজৰ কোঠা-টোলৈ গুচি যায়।

এনেতে তেওঁৰ অসুখ বেছি হ'ল। খবৰ লওঁতে একো হোৱা নাই বুলি কলে। এনেয়ে গাটো অলপ ভাল লগা নাই। মই বুজি পালোঁ অসুখ টান। ডাক্তৰেও তাকে কলে। ল'ৰাৰ খবৰ সোধাত ব্ৰজেনদাই তাৰ ঠিকনা নেজানে বুলি কলে।

ডাক্তৰে চাই যোৱাৰ পিচত তেওঁ কলে, "কিয়নো ব্যস্ত হৈছ? মৰোঁ যদি মৰিম। ইমান দিনে জীয়াই থাকি কিনো কৰিলোঁ। ছোৱালীজনী তোৰ তাতে আছে, ভালেই আছে। গাৱঁৰ মাটি-বাৰী শইকীয়াৰ তাত বন্ধকত আছে, তেৱেঁ লব।" করুণ এটা হাঁহি মাৰি কলে, "শইকীয়াই মই চিমেণ্ট চুৰ কৰিছোঁ বুলি হুলস্থুলখন লগালে। তেওঁ নিজে শ-শ বস্তা চিমেণ্ট মাৰি পকীঘৰ সজালে। মই দুই বস্তা চিমেণ্ট ভনেক খুৱাক দিছিলোঁ। ভুল হৈছে, মানো। দিয়ৰ মোৰ অধিকাৰ নাছিল। পিছে বিক্ৰী কৰা নাছিলোঁ, এনেয়ে দিছিলোঁ।



কুঁৱাৰ কামখিনি পিছল হৈ ভৰি দিব নোৱাৰা হৈছিল। খুৰী পৰি এদিন কঁকালত দুখ পালে। কামখিনি বন্ধাই লবৰ কাৰণে দুই বস্তা চিমেণ্ট দিছিলোঁ।" মই কলোঁ, "বাদ দিয়া এইবোৰ পুৰণি কথা। কিয় এইবোৰ কথা ভাবি মনটো বেয়া কৰিছা?"

"নাই, মই দুখ কৰা নাই। এনেয়ে কৈছোঁ। গোটেই জীৱন অশ্ৰদ্ধা আৰু অপমান পাই আহিছোঁ। মোক দেখিলেই মানুহ বিৰক্ত হৈছিল। তয়ো হৈছিলি।"

কিবা প্ৰতিবাদ কৰিব খোজাত তেওঁ কলে, "নাই, তোক মই দোষ দিয়া নাই। হবৰ কথাই। ময়ো বুজিও নুবুজাৰ ভাও ধৰি আছিলোঁ। নহলে জীয়াই থাকিলোহেতেন কেনেকৈ? এতিয়া আৰু অভিনয় কৰি যোৱাৰ ইচ্ছাও নাই, শক্তিও নাই। ছোৱালীজনীৰ ভাৰ তই লৈছ। নিশ্চিন্ত হৈ মৰিব পাৰো।

মোৰ ওপৰত ব্ৰজেনদাৰ প্ৰত্যয় দেখি অভিভূত হৈ পৰিলোঁ। কেইদিনমানৰ পিচতে ব্ৰজেনদা ঢুকাল। আমাৰ ঘৰখনেই মিনতিৰ নিজা ঘৰ হৈ পৰিল। আগতেই তাই নিজৰ ঘৰৰ দৰে আছিল, এতিয়া অৱস্থায়ো বাধ্য কৰিলে।

মিনতিৰ বি. এ. পৰীক্ষাৰ কেইদিনমান আগতে হঠাতে এদিন সমীৰ আমাৰ ঘৰত ওলালহি। লীলাই থাকিবলৈ কলে। থাকিল। মিনতিয়ে সমীৰক নিসঙ্কোচে সোধপোছ কৰিলে। খাবৰ সময়ত তায়ে জোৰ কৰি ইটো-সিটো খাবলৈ দিলে। পিচদিনা সমীৰ বহুত ৰাতি ঘৰলৈ উভতিল। আহিয়েই যথেষ্ট গাম্ভীৰ্য্য সহকাৰে মোক কলে, কালিলৈ ৰাতিপুৱাই সি যাব। মিনতিকো লগতে লৈ যাব। সম্ভৱা মদ খাই আহিছে। উৎকট গোন্ধ ওলাইছে। এতিয়া তাৰ লগত তৰ্ক কৰি লাভ নাই। কলোঁ, "বহুত ৰাতি হৈছে। এতিয়া খাইবই শোৱা। কালিলৈ ৰাতিপুৱা কথা হম।" সি মুখখন অসম্ভৱ ৰকমে বিকৃত কৰি কলে, "এওঁ দয়াৰ সাগৰ ওলাইছে। ধুনীয়া ছোৱালী হাতত পৰিলে সকলোৱে দয়াৰ সাগৰ হয়।" লগতে মিনতি সম্বন্ধে

মোৰ আচল উদ্দেশ্য কি সেই বিষয়ে এটা অত্যন্ত অশ্লীল মন্তব্য কৰিলে। মোৰ উচিত আছিল তাৰ গালত প্ৰকাণ্ড এটা চৰ মাৰি দিয়াটোৱে। কিন্তু মোৰ বয়স বঢ়াৰ লগে লগে 'ব্লাড-প্ৰেচাৰ' অলপ বাঢ়ি আহিছিল। মই এটা অথিৰ-অবিৰ ভাব বোধ কৰিলোঁ। গোটেই কোঠাটো মোৰ চকুৰ আগত ঢুলিবলৈ আৰম্ভ কৰিলে।

মই ধপ্ কৰি চোফাখনত কোনোৰকমে বহি আতঙ্কপূৰ্ণ বিহ্বল দৃষ্টিৰে সমীৰৰ ফালে চাই থাকিলোঁ। সমীৰ অহালৈ লীলা আৰু মিনতিও বাট চাই আছিল। সমীৰ অহা গম পাই লীলাই শোৱা-কোঠা আৰু মিনতিয়ে তাইৰ পঢ়া কোঠাৰপৰা ইতিমধ্যে আহি ওলাইছে। মিনতি স্তব্ধ হৈ দুৱাৰমুখতে শিলৰ মূৰ্ত্তিৰ নিচিনাকৈ থিয় হৈ থাকিল। লীলাই লৰালৰিকৈ মোৰ কাষলৈ আহি মোৰ কান্ধত এখন হাত ৰাখি সমীৰৰ ফালে চাই অসম্ভৱ ৰকমৰ শান্ত স্বৰেৰে কলে, "সমীৰ, এওঁৰ গা ভাল নাই। তোমাৰ যি কবলগা আছে কালিলৈ পুৰা কৰা। পিছে মই মিনতিক তোমাৰ লগত এৰি নিদিওঁ। তুমি যি কৰিব পাৰা কৰিবা।" বোধহয় মোৰ অৱস্থা দেখি অথবা লীলাৰ শান্ত কিন্তু স্পষ্ট মাত শুনি সমীৰ অলপ অপ্ৰস্তুত হৈ পৰিছে। বাৰু সি এতিয়াই গুচি যাব। কিন্তু সিও সহজ মানুহ নহয়। ভালকৈ চাই লব। লীলাই কঠিন মাতেৰে কলে, "ভাল কথা। যোৱা তুমি এতিয়াই গুচি যোৱা। যি পাৰা কৰিবা।" সমীৰে ভোৰ্ভোৰাই গোৰ মাৰি দুৱাৰখন খুলি গুচি গ'ল।

মই অলপ প্ৰকৃতিস্থ হৈ লীলাক কলোঁ, "এই ৰাতিখন ক'ত ওলাই গ'ল? ক'ত থাকিব?" লীলাই কলে, "এইবোৰ ল'ৰাৰ আৰু ৰাতি-বেৰাতি! য'ত গৈ মৰে মৰকগৈ। আপোনাৰ সেইবোৰ কথা ভবাৰ দৰ্কাৰ নাই।"

মিনতি দুৱাৰমুখতে থৰ লাগি ৰৈ আছিল। প্ৰায় সম্বিত নোহোৱা অৱস্থা। লীলাই তাইক হাতত ধৰি লৈ তাইৰ কোঠালৈ থৈ আহিল।



সমীৰ আৰু ইফালমুৱা হোৱা নাই। কোনো খবৰো লোৱা নাই। সমীৰ গুচি গ'ল, কিন্তু লীলা, মিনতি আৰু মোৰ মাজত স্বচ্ছ আৰু কঠিন কেইখনমান দেৱাল তুলি দি গ'ল। আমি পৰস্পৰে পৰস্পৰক দেখা পাই থাকিলোঁ, হাঁহিমাতি কথা পাতি থাকিলো, কিন্তু কোনেও কাকো স্পৰ্শ কৰিব নোৱাৰা হলোঁ। দেৱালৰ গাত আঘাত লগাৰ ভয়তে আমাৰ মাজত আড়ষ্টতাৰ ভাব এটা দেখা দিলে।

মিনতিয়ে বি. এ. পাছ কৰিলে। পৰীক্ষাৰ ফল খুব ভাল নহ'ল। বেয়াও নহ'ল। ঠিক আছে, এম. এ. পঢ়িব। নাম লগাবৰ কাৰণে তাইক সময়মতে দৰ্খাস্ত দিবলৈ কলোঁ। একো নামাতিলে।

লীলাই মোক কলে, তাই হেনো এম. এ. ক্লাচত নাম নলগায়। আচৰিত হৈ সুধিলো, "কিয়?"

"তাই কৈছে জয়ন্ত বিলাতলৈ যোৱাৰ আগতে বিয়া কৰাই তাইকো লৈ যাব।"

"কি বিয়া? কেতিয়া ঠিক হ'ল? কি কথা এইবোৰ? তাৰ মানে প্ৰেম! কেতিয়া পৰিলে? তাইক মই বৰ ভাল ছোৱালী বুলি ভাবি আছিলোঁ। তলে তলে এই কথা!"

লীলাই শান্তভাৱে কলে, "আপুনি ইমান উত্তেজিত হৈ উঠিছে কিয়? জয়ন্তই যে বিয়া কৰাব খুজিছে তাইৰ ভাগ্যৰ কথা। আপুনি চেষ্টা কৰিলেও জয়ন্তৰ দৰে ভাল দৰা এজন যোগাৰ কৰিব পাৰিব জানো?"

ঠিক, ঠিক, সঁচা কথা। ভাল কথা। কথাখিনি মোৰ বোধগম্য হ'ল। কলো, "ঠিকেই তো।"

মিনতিৰ বিয়া হ'ল। বেছি আড়ম্বৰ কৰা নহ'ল। মিনতিয়ে হাক দিলে। লীলায়ো তাইক সমৰ্থন কৰিলে। বিয়াখন ভালে ভালে হৈ গ'ল। জয়ন্ত ইঞ্জিনিয়াৰিঙৰ নামকৰা ছাত্ৰ। সৎচৰিত্ৰ, ভদ্ৰ। মিনতিৰ এটা গতি লাগিল। আনন্দৰ কথা।

আমাৰ সকলোৰে মনবোৰ বেয়া হ'ল। হাজাৰে হওক, ইমান

দিনে নিজৰ ঘৰৰ নিচিনাকৈ আছিল। দুখ বৰং বেছিকৈয়ে লাগিল। ভনী নহয়, কন্যা নহয়, পূজাত, বিহুত, উৎসৱে-আনন্দে কিহৰ দাবী লৈ তাই সঘনে আকৌ আমাৰ ঘৰলৈ আহিব? কোন অবিচ্ছেদ্য সূত্ৰ অনুসৰণ কৰি তাই আনন্দৰ মূৰ্চ্ছনাত বা বেদনাৰ উদ্বেলতাত আমাৰ পদূলিমুখত থিয় হৈ হৃদয়াবেগ বিলাই দিবৰ প্ৰেৰণা আৰু সঙ্কেত পাব?

মোৰ বয়সৰ লগে লগে ব্লাড প্ৰেচাৰ অলপ বাঢ়িছে। হাৰ্টৰো অলপ অসুখ দেখা দিছে। ঘৰত থকা সময়খিনি হৈ-চৈ নকৰাকৈ প্ৰায়ে কিতাপ এখন লৈ চুপ-চাপ পঢ়ি থাকোঁ।

মিনতিয়ে বিলাতলৈ যোৱাৰ আগতে আমাৰ তালৈ আহি মোক ভৰিত ধৰি সেৱা কৰি হুকুহুকাই কান্দিলে। আশীৰ্বাদ কৰি কলোঁ, "পাগল নেকি! কান্দিবলগা কি হৈছে?"

তাইৰতো কন্দাৰ কথা নহয়। অনিশ্চিত পথ পৰিক্ৰমাৰ অন্তত তাই নিশ্চিন্ত আশ্ৰয় পাইছে। দুৰ্য্যোগৰ দিনত ভাহি যোৱা নাছিল। ভুৰ এখনত থাকিবলৈ পাইছিল। ঠিকেই। কিন্তু এতিয়া তাই কুল পাইছেহি। আনন্দৰ কথা। বেদনাৰ উৎস তাইৰ বুকুৰ মাজত থকাৰ কথা নহয়। এইয়া কি তেনেহলে আমাৰ হৃদয়ৰে বেদনাৰ প্ৰতিধ্বনি?

এক, দুই, তিনি—কোনে গণি যায়? দিন পাৰ হৈ গৈ আছে। ল'ৰা দুটা ডাঙৰ হৈ আহিছে। লীলাই ল'ৰা দুটা আৰু মোক লৈ বিভোৰ হৈ আছে। মোৰ চুলি প্ৰায় গোটেইখিনি পকি গৈছে। ব্লাড-প্ৰেচাৰ বাঢ়িছে।

লীলাৰ কেইদিনমানৰপৰা চকুৰ কিবা অসুখ হৈছে বুলি কৈ আছিল। ডাক্তৰে তেনে একো নাই বুলি কলে। মই ধেমালি কৰি লীলাক কলোঁ, "আচলতে তুমি মোক দেখিব নোৱাৰা হৈছা। এইটো তোমাৰ অৱচেতন মনৰ মানসিক প্ৰতিক্ৰিয়া।"

সাধাৰণতে লীলাৰ লগত ধেমালি কৰি কথা নাপাতোঁ। কথাষাৰ কৈ মোৰ নিজৰ কিবা অস্বস্তি লগা যেন পালোঁ। লীলাই স্থিৰ দৃষ্টিৰে



মোৰ ফালে চাই কলে, "কোনে কাক দেখিব নোৱাৰে, মই জানো। আপুনি কব নালাগে।"

মই অপ্ৰস্তুত হৈ সুধিলোঁ, "কি কৈছা?"

লীলাক কেতিয়াও উত্তেজিত হৈ উঠা দেখা নাছিলোঁ। আজি তেওঁ অসম্ভৱ ৰকমে অস্থিৰ হৈ উঠিল।

"ঠিকেই কৈছোঁ। আপুনি যে মোক ভাল নাপায় মই ভালকৈছে জানো।"

মই বিপন্নভাৱে পুনৰায় সুধিলোঁ, "কি কৈছা?" লীলাই কলে, "আপুনি যে মোক মৰম নকৰে তেনে নহয়, কিন্তু ভাল নাপায়। আপুনি এজনকহে ভাল পায়। এজনৰ স্মৃতিৰ সুৰভি আপোনাৰ গোটেই হৃদয়তে বিয়পি আছে। আপোনাৰ সমস্ত অনুভূতি মিনতিয়ে আচ্ছন্ন কৰি ৰাখিছে।"

লীলাই মুখখন ঘূৰাই জোৰ কৰি ওঁঠ কামুৰি ঠেলি উঠা কান্দোনৰ বেগ দমন কৰাৰ চেষ্টা কৰিলে। নোৱাৰিলে। হুকহুকাই কান্দি দিলে। মই স্তব্ধ হৈ ৰলোঁ। কি নিদাৰুণ অভিযোগ। কি অসম্ভৱ কথা!

ব্ৰজেনদাই পৰম নিৰ্ভৰতাত মোৰ ওপৰত মিনতিৰ ভাৰ এৰি থৈ নিশ্চিন্তভাৱে সিপাৰলৈ যাত্ৰা কৰিলে। সমীৰে বিকৃত ঈৰ্ষাৰ জ্বলনত জ্বলি মোক কদৰ্য্যভাৱে অপমান কৰিলে। তেওঁলোকেও কি একে ধৰণৰ কথাকে ভাবি লৈছিল? আৰু লীলায়ো আজি এই কথা লৈ অভিযোগ কৰিলে। আশ্চৰ্য্য! এই তিনিজনেই মিনতিৰ ওচৰ সম্বন্ধীয় আত্মীয়। দুইজন আত্মীয়তাৰ দাবীত আৰু লীলা চেনেহৰ দাবীত। তথাপিও আচৰিত! নহয়, ছিঃ। মইতো জনাত মিনতিক কেতিয়াও কোনো বেয়া চকুৰে চোৱা নাছিলোঁ, নে মই নিজৰ মনৰ অৱস্থাক চিনি লবলৈ অস্বীকাৰ কৰি আহিছোঁ? নহয়। কি এই-বোৰ বাজে কথা। চিন্তিতভাৱে মই তলমূৰ কৰি বাহিৰলৈ ওলাই গলোঁ।

——